# হেৰোৱা দিগন্তৰ মায়া




মহিম বৰা


ধেমাজি বুক ষ্টল
ধেমাজি

**Heruah Digantar Maya,** an assamese novel written by Mahim Bora and Published by Nava Kalita on behalf of Dhemaji Book Stall and Printed at Dhemaji Book Stall & Offset Printers, Ratanpur Dhemaji-787057.

4th Edition : 2004

***Price Rs.40/-***

প্ৰকাশক ঃ ধেমাজি বুক ষ্টল
ধেমাজি চাৰিআলি
ধেমাজি - ৭৮৭০৫৭

চতুৰ্থ সংস্কৰণ ঃ ২০০৪ চন

বেটুপাত ঃ পদ্ম সিংহ

মূল্য ঃ ৪০ টকা

মুদ্ৰিত ঃ ধেমাজি বুক ষ্টল এণ্ড অফচেট প্ৰিণ্টাৰ্চ
ৰত্নপুৰ, ধেমাজি - ৭৮৭০৫৭
ফোন - ২২৪২৮৮/২২৪৩৭৮




লিখকৰ ক'বলগীয়া...

'হেৰোৱা দিগন্তৰ মায়া'ৰ চতুৰ্থ মুদ্ৰণ কেইবা বছৰৰো মূৰত পাঠকৰ হাতত দিব পৰা হৈছে। ধেমাজি বুক ষ্টলৰ মালিক তাৰ বাবে বিশেষ ধন্যবাদৰ পাত্ৰ আৰু কিতাপখন পাবলৈ নোহোৱাত পুৰণি গুদামৰ অধ্যাপক শ্ৰীমান ত্ৰিদিব গোস্বামীয়ে (ইংৰাজী বিভাগ, বৰদোৱা কলেজ) বৰ যত্ন কৰি ফটোকপি কৰি কিতাপখন প্ৰকাশকৰ হাতত পৌচাই দিয়ে। এই কামৰ কাৰণে তেওঁ মোৰ স্নেহ, আৰ্শীবাদ লাভ কৰিছে।

উপন্যাসখনে আজিৰ পাঠক-পাঠিকাকো আকৰ্ষণ কৰিব পাৰিলে মোৰ বৰ আনন্দ হ'ব।

- মহিম বৰা

চৰকাৰী ইলেক্চনৰ প্ৰিজাইডিং অফিচাৰ হৈ যিখন ঠাইলৈ যাবলৈ নিৰ্দেশ আহিল, তাৰ ঠাইত মোক ক'লীয়াপানীলৈ পঠোৱা হ'লেও আনন্দেৰে আগবাঢ়িলোহেঁতেন। ইলেক্চন অফিচাৰজনৰ লগত চিনাকি হৈছিল ইলেক্চনৰ বিহাৰ্চেলৰ কেইদিনতে। লগ ধৰি ক'লোঁ, কিবা এখন ভাল ঠাইলৈ চেঞ্জ্ কৰি দিব পাৰে নেকি ? সেই কেইদিনত ইলেক্চন অফিচাৰৰ মুৰটো বেলট্-বক্সবিলাকৰ দৰেই খালী আৰু শুকান। মাত্ৰ বাহিৰটো ৰং কৰা। মোৰ লগত যে এই কেইদিনত চিনাকি হৈছিল পাহৰি গ'ল। ওঁঠ দুখন জোৰেৰে জপাই মিচিকিয়া হাঁহি এটা মৰাৰ চেষ্টা কৰিলে যেনেকুৱা হয়, মুখখনৰ তেনে এটা ভাঁজ কৰি মোলৈ চাই ৰ'ল। বেলট্-বক্সৰ ছাটাৰভালহে যেন বন্ধ কৰি চীল মাৰি দিলে। মই মোৰ অনুৰোধটো দোহাৰি ক'লোঁ যে মৰমামুখ নামৰ অঞ্চল এটাৰ মই নামেই শুনা নাছিলোঁ। তাৰে ভিতৰত সেন্দুৰীপাম গাঁৱলৈ যোৱা বৰ কষ্ট বুলি জানিব পাৰিছোঁ।

তেওঁ মুখখন মেলিলে। ক'লে যে এপইন্টমেন্টবিলাক ডি.চিয়ে দিয়ে আৰু ঠাইবিলাকো তেৱেঁই 'এলট্' কৰি দিয়ে। গতিকে তেওঁ ঠাই সলনি কৰিব নোৱাৰে। তাৰ পিছত হঠাৎ উৎসাহেৰে ক'লে — "ডেকা বয়স আপোনালোকৰ, এড্‌ভেঞ্চাৰহে হ'ব লাগে। স্বাধীন ভাৰতৰ প্ৰথম ইলেক্চন, আপোনালোকে তাত ভাগ ল'ব পাৰিব, এইটো জানো কম গৌৰৱৰ বিষয় ? শ্বিলঙৰ পৰা গুৱাহাটীলৈ মটৰত যাব, গুৱাহাটীৰ পৰা ফৰকাটিঙলৈ ট্ৰেনত যাব। তাৰ পৰা এছোৱা বাছত যাব। তাৰপৰা .... "

বাছো বৈ গ'ল, মানুহো বৈ গ'ল। তাৰ পৰা কিহত যাম সেইটোহে মোৰো সমস্যা।

তেওঁ আকৌ উৎসাহেৰে আৰম্ভ কৰিলে, "কিয় গৰু-গাড়ীত যাব পাৰিব। আৰু গৰু-গাড়ী নাপালে..... "

তেওঁৰ উৎসাহটো দমি গ'ল। সোঁহাতৰ তৰ্জনী আঙুলিটোৰে তল ওঁঠত তবলা বজাবলৈ আৰম্ভ কৰি দিলে।

মই তেওঁক বিপদৰ পৰা উদ্ধাৰ কৰিবলৈ ক'লোঁ, "ম'হৰ গাড়ী নিশ্চয় পাম। আৰু ম'হৰ গাড়ী নাপালে হাতীৰ গাড়ীত।"

তেওঁৰ উৎসাহ বাঢ়ি আহিল । ওঁ বুলি - "হাতী পাব, তাৰ উপৰি স্থানীয় মৌজাদাৰ, গাওঁবুঢ়া সকলোকে চৰকাৰী নিৰ্দেশ দিয়া হৈছে গাড়ী, হাতী আদি যান-বাহনৰ ব্যৱস্থা কৰিবলৈ ।"

মই নমস্কাৰ জনাই গুচি আহিলোঁ । যোৱা এসপ্তাহমান অফিচ-টফিচ একো হোৱা নাই । মাত্ৰ ইলেক্চন আৰু ইলেক্চনৰ ৰিহাৰ্চেল । ইলেক্চন অফিচাৰৰ কেইবাটাও ডেমষ্ট্ৰেচনত যোগ দিছোঁ । তাহানি কলেজত প্ৰফেছৰৰ লেক্চাৰ যদি ইয়াৰ আধাৰো আধা শুনিলোহেঁতেন, তেনেহ'লে আজি হাকিম, মেজিষ্ট্ৰেট হৈ থাকিলোহেঁতেন, কো-অপাৰেটিভ অফিচাৰ হৈ নহয় ।

স্বাধীন ভাৰতৰ প্ৰথম ইলেক্চন । বহুত প্ৰিজাইডিং অফিচাৰ, পোলিং অফিচাৰ লাগে । অসমৰ যিকোনো ঠাইলৈকে যাব পাৰে । টি.এ. আছে, হ'ল্টেজ আছে, মোটা টকা এড্ভান্স দিছে, গতিকে সকলোৱে যিমান পাৰে দূৰলৈ যাবলৈ চেষ্টা চলাবলৈ ধৰিলে । কোনোৱে দুই-তিনিবাৰকৈ যাবলৈ খাতিৰ-বাতিৰ কৰি সুবিধা উলিয়াই ল'লে । ঘৰে ঘৰে পুৱা-সন্ধ্যা ইলেক্চনৰ নিয়মাৱলীবিলাক ল'ৰা-ছোৱালীয়ে পূৰণৰ মাজু নেওতা মুখস্থ কৰাৰ দৰে আওৰাবলৈ ধৰিলে । ইজনে সিজনক লগ পালে প্ৰশ্ন সোধে, "টেণ্ডাৰ ভোট কাক বোলে ? টেণ্ডাৰ ভোটত কি কি কৰিব লাগিব ? প্ৰটেষ্ট্ কেতিয়া হয় ?

আৰু নানা ধৰণৰ কলিজা কঁপি যোৱা প্ৰশ্ন ।

ৰিহাৰ্চেলৰ মিটিংবিলাকত নানা প্ৰশ্নৰ উত্তৰ দি ইলেক্চন অফিচাৰজন ঘৰ্মাক্ত হৈ পৰে, চুলিবিলাক ঠৰঙা হৈ ওপৰলৈ উঠি যায় । বেলট্-বক্স মেলা আৰু বন্ধ কৰা দেখুৱাওঁতে আঙুলিৰ আগ গেলি গ'ল ।

"চাব, যাতে পেপাৰ-চীলটো ভাগি নাযায় । এজেন্টৰ আগতহে চীল কৰিব, লা'ৰে চীল কৰিব, কাগজ এখন তাতে এঠাই দিব । কাগজত এজেন্টবিলাকৰ ছিগ্নেচাৰ বা চীল থাকিলে চীল-মোহৰ দিবে । চীল ভাঙিলে অৰ্থাৎ পাৰফোৰেচন হ'লে ইলেক্চন কেন্সেল হৈ যাব, এণ্ড ইউ আৰ লাইয়েবল্ টু প্ৰচিকিউচন, চৰকাৰৰ ঘৰত জগৰীয়া হ'ব।"

লগে লগে আমি — প্ৰিজাইডিং অফিচাৰবোৰৰ মুখবোৰ বতাহ খোৱা বেলুনৰ দৰে ওলমি পৰে । চৰকাৰী চাকৰিয়াল, তাতে যদি এইবিলাক গণ্ডগোল হয়....

মোৰ নিজৰ এনেকুৱা অৱস্থা হ'লগৈ যে অফিচাৰজনে ওঁঠ দুটা টিপি ধৰিলেই ময়ো টিপি ধৰোঁ । মুখখন ফুলাই দিলেই যিমান পাৰোঁ নিজৰখনো ফুলাই দিওঁ, তেওঁ জিভাৰে শুকান ওঁঠ দুটা চেলেকি তিয়াই ল'লেই ময়ো ক'ব নোৱাৰাকৈ ওঁঠ দুটা চেলেকি

দিওঁ, তেওঁ কমালখন উলিয়াই কপালখন মচিলেই ময়ো সমানে মচি যাওঁ ।

"মনত ৰাখিব, আপোনালোকৰ সেই দিনটোত যথেষ্ট পাৱাৰ থাকিব। আপুনি দৰকাৰ পৰিলে কাৰোবাক এৰেষ্ট কৰাব পাৰিব । পুলিচ আপোনালোকৰ লগত থাকিব, কিন্তু সাৱধান, নিজকো বচাই চলিব । ইলেক্চনত গণ্ডগোল হ'লে আপেনালোকবো টনাটনি ।"

আটাইতকৈ হাড় কঁপোৱা আছিল ডি.চিৰ কথাখিনি, "ভগবান না ক'ৰক, গড ফৰবিড আপোনালোক যেন জেলত যাব নালাগে ।"

শ্ৰীমতীয়ে যি যি পাৰে খোৱা বস্তুৰ টোপোলা বান্ধিছে । ক'ত আচাৰ দিছে, বটলৰপৰা উলিয়াই লৈ খাবলৈ সোঁৱৰাই দিছে । ঘৰত থকা পিয়নটোৰ হতুৱাই হল্ডঅ'ল, চেণ্ডেল, কাপোৰ আদি ঠিক-ঠাক কৰাই দিছে । য'তে ত'তে পানী নাখাবলৈ, গৰম কৰি পানী খাবলৈ আৰু বিশেষকৈ 'যাৰে তাৰে ঘৰত' একো নাখাবলৈ দঢ়াই দঢ়াই উপদেশ যেতিয়াই সুবিধা পাইছে, তেতিয়াই দিছে ।

অৱশেষত বিচনাত কিৰিলীয়াই থকা কেটুৰাটোক চুমা এটা খাই দলে-বলে মটৰত উঠিলোঁ । দল-বল হ'ল দুজন পোলিং অফিচাৰ, এটা পিয়ন, দহটা বেলট্-বক্স আটাইবিলাকৰ হ'ল্ডঅ'ল, চুটকেছ, কিট্‌বেগ, এবস্তা এলুমিনিয়াম থাল, কেৰাহী, কেট্‌লি, কাপ-প্লেট আৰু ইটো-সিটো । দুজন পোলিং অফিচাৰ স্থানীয়ভাৱে ল'ব লাগিব আৰু তিৰোতা মানুহৰ সুকীয়া চেন্টাৰ হ'লে স্থানীয় মহিলা এগৰাকী পাৰ্য্যমানে ল'ব লাগিব। বাছ ভৰ্তি প্ৰিজাইডিং-পোলিং অফিচাৰ ধুমধাম ভৈয়ামলৈ নামিব লাগিছে , কোন ক'লৈ গৈছে , লক্ষীমপুৰ, ডিব্ৰুগড়, গহপুৰ, ছত্ৰশাল, বৈঠালাংচু । কিন্তু মই যাব লাগিব ক'ৰবাৰ এখন নজনা-নুশুনা ঠাই সেন্দুৰীপাম মহৰামুখ নামৰ জ'ন এটাৰ এখন গাঁও । তেনে এখন চৰকাৰী বাছে আমাক নি গধূলি সময়ত গুৱাহাটী ষ্টেচনত নমাই দিলেগৈ । বহুদিন ভৈয়ামলৈ নমা নাছিলোঁ, গতিকে জাৰ্নিটো ভাল লাগিল । ৰাতি ন বজাৰ ট্ৰেনত আমি যাত্ৰা কৰিলোঁ ফৰকাটিং ষ্টেচনলৈ ।

পিছদিনা পুৱা ফৰকাটিঙৰ পৰা বাছেৰে গোলাঘাট আৰু গোলাঘাটৰ পৰা বাছেৰে কমাৰগাঁও আৰু কমাৰগাঁৱৰ পৰা... এতিয়াহে আহিল সেন্দুৰীপামলৈ যোৱাৰ সমস্যা। অৱশ্যে গোলাঘাটতে লগ পালোঁ ৰাজখোৱা নামৰ এজনক, ডিব্ৰুগড়ৰ পৰা আহিছে দল-বল লৈ প্ৰিজাইডিং অফিচাৰ হৈ মহৰামুখলৈ । মহৰামুখত বোলে দুটা চেন্টাৰ। লগ এজন পাই নিশ্চিন্ত হ'লোঁ, কিন্তু সেন্দুৰীপামলৈ প্ৰায় পাঁচ কিলোমিটাৰ বাট যাবলৈ সেয়ে যথেষ্ট নহয় । কাৰণ কেঁচা ৰাস্তাৰ নামত এটা খাঁহ-বনেৰে ঢকা আলি, আৰু বাছ,

মটৰ, ট্ৰেন, প্লেন একোৰে সংযোগ নাই । হয় ভাৰা কৰা জীপ গাড়ী, নহয় গৰু-গাড়ী,নহয় ম'হৰ গাড়ী । এইবিলাকৰ এটাও সুলভ্য নহয় । গাড়ীবিলাক মানুহে পথাৰৰ কামলৈ নিছে, গতিকে ভেৰোণীয়া গাড়ী নাই । আনিবৰ সময়ত চৰকাৰী বাছ-ট্ৰাকৰ ব্যৱস্থা নিজেই কৰিব লাগিব।

নিয়মমতে সেন্দুৰীপামৰ স্থানীয় মৌজাদাৰ বা গাওঁবুঢ়াই আমাক নিয়াৰ ব্যৱস্থা কৰিব লাগে আৰু সেই বুলিয়েই কৈছিল ৰাজখোৱাকো— ৰাজখোৱাৰ ইলেক্‌চন অফিচাৰে। গতিকে বাটৰ কাষৰ সৰু গেলামালৰ দোকান এখনৰ সমুখতে মাল-বস্তুবিলাকৰ গন্ধমাদন এটা সাজি লৈ আমি সকলোৰে হামিয়াই-হিকটীয়াই কোনোবা এটা হনুমান ওলোৱালৈ বাট চাই থাকিলোঁ ।

মোৰ লগত যোৱা পুলিচটোৱে ক'লে, "ছাৰ, বৈ থকাতকৈ আমি দেখোন চাহকে খাব পাৰোঁ ।"

লগে লগে বস্তা খুলি চাহৰ বাচন উলিওৱা, মানুহৰ ঘৰত গাখীৰ কিনিবলৈ বিচাৰি যোৱা, জুই ধৰা আদি ব্যস্ততা আৰম্ভ হ'ল ।

ৰাজখোৱাই মোৰ লগৰ পোলিং অফিচাৰ এজনক লৈ গাড়ী বিচাৰি গ'ল।

অৱশেষত আবেলি সময়ত এখন ম'হৰ গাড়ীৰ যোগাৰ হ'ল । চাহৰ সা-সঁজুলিবোৰ আকৌ আগৰদৰে ধুই বান্ধি সকলো বস্তু এখন গাড়ীতে ঠাহি যেতিয়া মহৰামুখ অঞ্চলৰ সেন্দুৰীপাম পাইছিলোঁগৈ, তেতিয়া ৰাতি ৯ বাজিছে । ক'ত থাকিম, পোলিং চেন্টাৰ বা ক'ত একো পাত্তা নাই । বিচাৰি বিচাৰি গাওঁবুঢ়াৰ ঘৰ পাই গাওঁবুঢ়াক বকনি ধৰিলোঁ। গাওঁবুঢ়াৰ সহায়ত গাঁৱৰ এম. ভি. স্কুল এখনত বস্তুবিলাক নমালোঁগৈ । তাতে এটা পোলিং চেন্টাৰ, মোৰ চেন্টাৰ । গাওঁবুঢ়াৰ সহায়তে খোৱা-বোৱা বস্তু যোগাৰ কৰি খাই-বৈ ৰাতি যেতিয়া শুবলৈ যাওঁ, তেতিয়া স্কুলৰ পাছফালৰ হাবিখনত শিয়ালে মাজৰাতিৰ হোৱা দি উঠিছিল। মাজৰাতিৰ আন্ধাৰৰ কোলাত শুই থকা এই বিৰাট অঞ্চলটো সাধুকথাৰ কোনোবা দৈত্যৰ নগৰী যেন লাগিছিল, যাৰ কোনোবা এটা গোপন কোঠাত ক'ৰবাৰ ৰাজকুঁৱৰীক বন্দিনী কৰি থৈ দিয়া হৈছে। আৰু আমি যেন ৰাজকোঁৱৰ আহিছোঁ কুঁৱৰীক উদ্ধাৰ কৰিবলৈ । টোপনি ক্ষতি, ভাগৰ-অৱসাদত মাটি, বেঞ্চ যেয়ে যি পালে তাকে বিচনা কৰি লৈ টোপনিত লালকাল দিলে ।

ৰাতিপুৱা পলমকৈ সাৰ পাই দেখিলোঁ লগৰ সকলো কেতিয়াবাই উঠিল । সকলোৰে ঘৰ-দুৱাৰ চাফা কৰি বিচনাবিলাক উঠাই এটা কোঠাত সুমুৱাইছে । ৰাজখোৱা ৰাতিপুৱাই গাঁৱৰ ফালে ওলাই গৈ এখাং কণী লৈ উভতিছে । ওচৰৰ দুই-এজন মানুহ

আৰু গাওঁবুঢ়া আমাৰ খা-খবৰ কৰিবলৈ গোট খাইছে । এঙামুৰি দি উঠিলোঁ । আজিৰ দিনটো, তাৰ পিছৰ দিনটো আমাৰ হাতত আছে । তাৰ পিছদিনা অৰ্থাৎ বৃহস্পতিবাৰে ইলেক্‌চন । গতিকে আজি আৰু অলপ আৰাম কৰি শুব পাৰিলোহেঁতেন । পিয়ন ল'ৰাটোৱে মুখধোৱা পানী, পেষ্ট, ব্ৰাছ আদি যতনাই থৈ গৈছিল । লৰালৰিকৈ মুখ ধুই চাহ বিস্কুট খাই চিগাৰেট এটা জ্বলাইহে প্ৰাতঃকৃত্যৰ অন্যান্য সমস্যাৰ চিন্তা কৰিবলৈ ধৰিলোঁ । ইয়াততো লেট্ৰিন নাই, সেইটোৱে ভয়ানক সমস্যা । গাওঁবুঢ়াৰ লগত কথা-বাৰ্তাৰ ছলতে ইয়াত গা-পা ধোৱাৰ ভাল সুবিধা ক'ৰবাত পাই নেকি সুধিলোঁ ।

তেওঁ ছোৱালী স্কুলৰ হেড্‌মাষ্টৰণীৰ ঘৰৰ কথা ক'লে । তাত বোলে বিশেষ জঞ্জাল নাই, স্কুলৰ চকীদাৰণী আৰু চকীদাৰ এটা লগতে থাকে । হেড্‌মাষ্টৰণী গৰাকীৰ ল'ৰা তিনিটা আঁতৰে আঁতৰে থাকে । গিৰিয়েকে নেফাত কিবা চাকৰি কৰে । গাঁওবুঢ়াৰ লগত ভাল, গতিকে তেওঁ সকলো সুবিধা কৰি দিব পাৰে ।"

মই সন্মতি দিম নে নিদিম চিন্তা কৰিলোঁ, কিন্তু তেওঁ মোৰ অৱস্থাটো বুজি তৎক্ষণাৎ ক'লে, "নহয় ছাৰ, একো চিন্তা নাই । চৰকাৰী অফিচাৰ আদি ইয়ালৈ আহিলে তেখেতৰ ঘৰতে থাকে, নাথাকিলেও চাহ জলপান খায় । এই অঞ্চলৰ সন্মানী মানুহ । অলপ দূৰ হ'ব, কিন্তু আপুনি মোৰ চাইকেলখনকে ল'ব পাৰে ।"

গাওঁবুঢ়া বুলিলে মই সঁচা-সচি বুঢ়া মানুহ এজনকে ধৰি আহিছিলোঁ । কিন্তু এওঁ গাওঁবুঢ়া ডেকা মানুহ আৰু চাইকেল চলাবও জানে । এয়ে স্বাধীন দেশৰ গাওঁবুঢ়া । তেওঁ মোৰ উত্তৰলৈ বাট নাচাই চাইকেল কোবাই গুচি গ'ল । মই এইখিনি সময়ৰ ভিতৰতে 'ছেভ' কৰি ল'লোঁ । আধাঘণ্টামানৰ ভিতৰতে তেওঁ মোক নিজে লৈ গৈ সকলো সুবিধা কৰি দিলে ।

ঘৰখন ভালেই পালোঁ । ছোৱালী-বোৱাৰী নাই, আদহীয়া হেড্‌মাষ্টৰণী গৰাকী, সহজভাৱে কথা-বতৰা পাতে । আৰু মই মাজে মাজে টুৰ কৰি থকা মানুহ, গতিকে নিজৰ সুখ-সুবিধাখিনি যোগাৰ কৰি লোৱাত পিছ হোঁহকা নামাৰোঁ । মানুহ য'তে যি অৱস্থাতে নপৰক, তাতে যিমান পাৰে সুখ আৰাম সৃষ্টি কৰি ল'ব লাগে, এয়ে হ'ল মোৰ ফিলছফি ।

মই সোনকালে গা-পা ধুই কাপোৰ পিন্ধি যাবলৈ ওলাওঁতে হেড্‌মিষ্ট্ৰেছে একাপ চাহ পঠিয়াই দিলে স্কুলৰ বাইজনীৰ হাতত । বহি চাহ কাপ খাই ঘৰখনৰ কম্পাউণ্ডটো লক্ষ্য কৰিছোঁ । আলিৰ পৰা অলপ মাত্ৰ সোমাই আহিব লাগে । বিৰাট কম্পাউণ্ড, সোঁফালে একাষৰীয়াকৈ এটা সৰু খেৰৰ ঘৰ । ধুনীয়াকৈ চুণ দিয়া আৰু বৈঠা জেগাটো

মটি চাফ-চিকুণকৈ ৰখা, ঘৰটোত বোধহয় দুটা খোঁটালি । মূধৰ ফালে এখন টিনৰ চালি। একে কম্পাউণ্ডতে আৰু এটা ঘৰত কোন থাকে বুজিব নোৱাৰিলোঁ। এই ঘৰটোও আহল-বহল, টিনৰ ওপৰত ৰঙা ৰং দিয়া আৰু পকা ভেটি । গাঁৱৰ ভিতৰৰ মৌজাদাৰৰ ঘৰৰ নিচিনা । দুৱাৰ-খিৰিকীবিলাকত নতুনকৈ ৰং-তেল দিয়া । ঘৰটো সজা বেছি বছৰ হোৱা নাই যেন লাগে । চাহ খাই থাকোতেই বুঢ়া মানুহ এজন ক'ৰবাৰ পৰা ফুৰি আহি ঘৰ সোমাইছেহি । পিন্ধনত হাফ-ছু এযোৰ, চুৰিয়া আৰু দীঘল হাতৰ চাৰ্ট এটা ।

সোমাই আহি মোৰ মুখলৈ চাই মিচিকিযাই হাঁহিলে । মই অলপ অপ্ৰস্তুত অনুভৱ কৰিলোঁ ।

"খাওক বোপা, খাওক, মই বাটতে গাওঁবুঢ়াৰ মুখে গম পালোঁ । ইয়াত একো অসুবিধা নাপায় । আপুনি ইচ্ছা কৰিলে ইয়াতে থাকিব পাৰে । বাহিৰৰ এই গাঁৱলৈ অহা চৰকাৰী মানুহে মোৰ ইয়াতে পদধূলি দি যায় । বোৱাৰী অহা নাই নেকি ? তেওঁৰ স্কুললৈ যোৱাৰ সময়, বন্ধা-বঢ়াত লাগিছে চাগৈ । বাৰু মই পঠিয়াই দিওঁ ।"

বুঢ়াজন ভিতৰ সোমাই গ'ল । এনেকুৱা ধুনীয়া চেহেৰাৰ বুঢ়া মানুহ বৰ কমেইহে দেখিবলৈ পাইছোঁ, মই চাহ শেষ কৰিলোঁ। খিৰিকীৰ মুখে মুখে বহিছিলোঁ । সমুখৰ ঘৰটোলৈ চকু গৈ আছিল । নগাঢাৰি আৰু বাঁহেৰে সজা দুৱাৰখন নতুন হৈয়ে আছে । দুৱাৰখন জপাই থোৱা, কিন্তু বাঁহৰ খিৰিকীখন মাৰি এডালেৰে দাণ্ডি থোৱা আছে। সাধাৰণ এখন পৰ্দাই সৰু খিৰিকীৰ বাটটো আৱৰি থৈ দিছে । খিৰিকী মেলা থকাৰ কাৰণে বুজিব পাৰি তাতো কোনোবা থাকে ।

অলপ পিছতে হেড্ মিষ্ট্ৰেছ গৰাকী ওলাই আহি ঠাইতে নমস্কাৰ দি চাদৰৰ আগ এটা সোঁহাতেৰে মুখখনৰ কাষত ধৰি হাঁহো হাঁহো মুখেৰে থিয় হ'লহি । মই প্ৰতি নমস্কাৰ জনাই দিগদাৰ দিয়া কাৰণে ক্ষমা বিচাৰিলোঁ আৰু ক'লো যে স্থানীয়ভাৱে মোক পোলিং অফিচাৰ লাগে আৰু তিৰোতা ভোটাৰৰ সুবিধাৰ কাৰণে এগৰাকী মহিলা অৰ্থাৎ তেখেতৰ স্কুলৰে শিক্ষয়িত্ৰী দিব পাৰিলে ভাল ।

তেখেতে পাৰিলে দুগৰাকী, নোৱাৰিলেও এগৰাকী শিক্ষয়িত্ৰী পঠিয়াব বুলি ক'লে। কাৰণ প্ৰায় শিক্ষয়িত্ৰীকে ওচৰৰ আন চেন্টাৰত স্থানীয়ভাৱে পোলিং অফিচাৰ কৰিব লগা হৈছে । মাত্ৰ হিন্দী শিক্ষয়িত্ৰী গৰাকীহে ফ্ৰি হৈ আছে, কাৰণ ছোৱালীজনীৰ অলপ অসুখ, সেই কাৰণেই ।

মই নমস্কাৰ জনাই যাবলৈ ওলালোঁ । তেখেতে মোক আবেলিলৈ চাহ খাবলৈ নিমন্ত্ৰণ জনালে, কাৰণ প্ৰথমে সুদা চাহ একাপ দিব লগা হোৱাত লাজ পাইছে ।

মযো ৰাতিপুৱা চাহ জলপান খাইছোঁ আৰু এতিয়া সুদা চাহ একাপৰেই প্ৰয়োজন ইত্যাদি কথা কৈ তেখেতৰ মনৰ আফ্‌চোচ্ দূৰ কৰি ওলাই আহিলোঁ ।

কেম্প্ পাই দেখিলোঁ খোৱাৰ যথেষ্ট আয়োজন চলিছে । ৰাজখোৱাৰ পাৰ্টি আৰু আমাৰ পাৰ্টি দুয়ো একেলগে ৰন্ধা-বঢ়াৰ ব্যৱস্থা কৰিছে । ৰাজখোৱাই নিজে দুটা কুকুৰাৰ পাখি গুচাইছে। দুয়োজনৰ পুলিচ দুটাই গাঁৱৰ পৰা দা, মৈদা বিচাৰি আনি বৌ মাছ এটাৰ বাকলি গুচোৱাত ব্যস্ত । বাকীবিলাকে টৌ-কেৰাহী যোগাৰ কৰি ৰন্ধাৰ কামত ব্যস্ত।

ৰাজখোৱা দেখিছোঁ বেছ যোগাৰী মানুহ । এই সকলোবোৰ ৰাজখোৱাই যোগাৰ কৰিছে । ৰাজখোৱা মানুহজনৰ বয়স বোধহয় দুকুৰি পাৰ হৈছে । শকত হাড়-পাহ, পেশীবহুল, মাংসবহুল নহয়। টান বান্ধৰ আটিল মানুহ । মুখখন বহল আৰু অলপ তললৈ নামি অহা, গাত ঘন নোম, মুখৰ ডাড়ি খুৰাই যোৱাৰ লগে লগেই গজি অহা যেন লাগে। মই গৈ পোৱাৰ লগে লগে ৰাজখোৱাই "হেই, বাবাতি ক'লৈ গৈছিল পুৱাৰ পৰা" বুলি চিঞৰি উঠিল ।

"গৈছিলোঁ আপোনাৰ চেন্টাৰটো চাবলৈ । ছোৱালী হাইস্কুলতে আপোনাৰ চেন্টাৰ নহয় জানো ?"

"ওঁ, ময়ো সেইপিনে বজাৰলৈ যাওঁতে চাই গৈছিলো ।" ৰাজখোৱাই মুৰ্গীৰ ছালখন এৰুৱাই উত্তৰ দিলে ।

" আপুনি বজাৰ পালেগৈ ? আচৰিত মানুহ আপুনি ।"

"বজাৰলৈ তিনি কিলোমিটাৰমান দূৰ । মই চাইকেল এখন যোগাৰ কৰি গ'লো ।"

"মিছা কথা, আপুনি ইমান সোনকালে বজাৰৰ পৰা আহিব পৰা নাই । হয় ওচৰতে বজাৰ, নহয় বাটত পাইছে ।"

"বুজিছে, ইয়াত মাছ, মুৰ্গী বৰ সস্তা । কিমান দামত আনিলোঁ আপুনি শুনিলে আচৰিত হৈ যাব ।"

মই অৱশ্যে বস্তুৰ বজাৰ-দৰ সম্পৰ্কত আগ্ৰহান্বিত নহওঁ । গতিকে সেই প্ৰসঙ্গ সিমানতে এৰি আন কথা উলিয়ালোঁ । ৰন্ধা-বঢ়া শেষ হোৱাৰ পাছত ভাত খাই উঠোঁতে দুইমান বাজিল । দিনত শোৱাৰ অভ্যাস নাই যদিও টোপনি খতিৰ কাৰণে আৰু দেৰিকৈ ভাত খোৱাৰ কাৰণে বিছনাত বাগৰ দিয়া হ'ল । আগদিনা ৰাতি শোৱা বহল কোঠাটোৰপৰা মোৰ আৰু ৰাজখোৱাৰ বিছনা দুখন হেড্‌পণ্ডিতৰ কমটোত কৰি দিছিল । ৰাতিপুৱা পুলিচ এটাই গৈ হেড্‌পণ্ডিতক লগ ধৰি চাবি আনি এই কমটো খুলিছিল । তিনিমান বজাত পিয়ন ল'ৰাটোৰ মাতত চক্‌মক্‌কৈ সাৰ পালোঁ । দুঘন্টামান ভাল টোপনি হ'ল,

ঘড়ীলৈ চাই বুজিব পাৰিলোঁ । সি অলপ সৰু সৰুকৈ ক'লে, "কোনোবা দুগৰাকী তিৰোতা মানুহ আহিছে । সিফালৰ কোঠাটোতে বহিব দিছোঁ । মাষ্টৰণী বুলি ক'লে সোধাত ।"

মই উঠি টেবুলত থোৱা পানীঘটিৰে মুখখন ধুই মূৰ-শিতানৰ ৰছী এডালত ওলোমাই থোৱা ছুটযোৰ লৰালৰিকৈ পিন্ধি চুলিকোছা ফণিয়াই ল'লোঁ । মই বুজিলো, হেড্‌মাষ্টৰণীযে হ'ব আৰু বোধহয় তেখেতে কোৱা পোলিং অফিচাৰ কোনোবা হিন্দী মাষ্টৰণী । মুখখনত স্ন' সানি ল'লোঁ । ৰাজখোৱা ইতিমধ্যে উঠি চাই খাই ওলাই আহি তেওঁলোকৰ লগত কথা পাতিছিল ।

মই পিয়ন ল'ৰাটোক তালৈকে চাহ লৈ যাবলৈ কৈ কাষৰ তেওঁলোক বহি থকা ৰুমটোলৈ খৰখেদাকৈ সোমাই গ'লোঁ ।

জীৱন্ত বিজুলী তাঁৰ এডালত ভৰি দিয়াৰ দৰে গোটেই গাটো মোৰ জিন্‌জিনাই উঠিল । হেড্‌মিষ্ট্ৰেছক নমস্কাৰ দিবলৈ গৈ হাত দুখন আধা উঠাতে থাকিল, জোৰকৈ অহা চিএঞৰটো হঠাৎ কঠোৰভাবেৰে দমাই যিমান পাৰি সহজ মাতেৰে কৈ উঠিলোঁ — "আৰে, অহল্যাহঁ তুমি ইয়াত ?"

অহল্যাও সমানেই, সমানেই কিয় বেছিকৈ অবাক আৰু বিব্ৰত হৈ উঠিল । অ' অ' ধৰণৰ শব্দ এটা দীঘলীয়া সুৰত ভাঙি ভাঙি উচ্চাৰণ কৰি ক'লে, "বিপুল দাদা, আপুনি আহিছে প্ৰিজাইডিং অফিচাৰ হৈ ? এই সেন্দুৰীপাম গাঁওলৈ ?"

হেড্‌মিষ্ট্ৰেছৰ মৃদু হাঁহি এটা মুখত লাগিয়ে আছিল । তেৰোঁ অলপ বিস্মিত নোহোৱা নহয় । তেওঁ কৈ উঠিল, "আপোনালোক তেনেহ'লে আগৰে চিনাকি । মই আকৌ আপোনাৰ নামটো সুধিবলৈ নহ'ল । গতিকে অহল্যাক একো ক'ব নোৱাৰিলোঁ । দেউতায়ো অথনি ভিতৰৰ পৰা আহি আপোনাক নাপাই বৰ বেয়া পালে, কথা পাতিলেহেঁতেন ।"

"ওঁ, তেখেতক আকৌ কথা পাতিবলৈ পালে একোৱে নালাগে ।" অহল্যাই লগতে যোগ দিলে । আন কাকো নাপালে মোৰ লগতে কথা পাতিব, কিম্বা কিতাপ পঢ়ি দিব লাগিব ।"

"অ' তেখেতে খুব কিতাপ পঢ়ে নেকি ?" মই এই সুযোগতে অহল্যালৈ চালোঁ ।

উত্তৰটো দিলে হেডমিষ্ট্ৰেছে, "ওঁ এওঁৰ পৰা হিন্দী কিতাপ শুনে । হিন্দী ৰামায়ণ এখন আছে, তাকে পঢ়ি শুনাব লাগে ।"

ল'ৰাটোৱে চাহ তিনিকাপ লৈ সোমাই আহিল । মই তেখেতসকলক প্ৰথমে দিবলৈ তাক আঙুলিৰে ইঙ্গিত কৰিলোঁ । ৰাজখোৱায়ো লগে লগে তেখেতসকলক চাহ খাবলৈ অনুৰোধ কৰিলে । তেওঁ অলপ আগেয়ে মাত্ৰ খাইছে । আমাক চাহ খাবলৈ দি

ৰাজখোৱাই কাপোৰ কানি ভালদৰে পিন্ধি আহিবলৈ বুলি ওলাই গ'ল । হেড্‌মিষ্ট্ৰেছৰ লগতে যাব স্কুলটো চাবলৈ ।

"আপোনালোকৰ স্কুল আজি বন্ধ হ'ব লাগিছিল, এয়া এম. ভি. স্কুল বন্ধ দেখোন।"

"আজি হাফ্ হ'ল, কাইলৈ, পৰহিলৈ বন্ধ ।" চাহত সোহা মাৰি হেড্‌মিষ্ট্ৰেছে ক'লে। মই আকৌ কেৰাহিকৈ অহল্যালৈ চালোঁ ।অহল্যাই নিজৰ অপ্ৰস্তুত ভাব ঢাকি ৰাখিবলৈ বৰ কষ্ট কৰিবলগীয়া হৈছে, তাক মই তৎক্ষণাৎ বুজিব পাৰিলোঁ ।দীঘলকৈ চাহত সোহা এটা মাৰি হেড্‌মিষ্ট্ৰেছৰ মুখত এটা চকু আৰু অহল্যাৰ মুখত আনটো চকু ৰাখি সুধিলো, "তেনেহ'লে অহল্যায়ে আপোনালোকৰ হিন্দী মিষ্ট্ৰেছ ?"

চাহ এঢোক মুখত লৈ থকা অৱস্থাতে সম্মতিসূচক মূৰ জোকাৰিলে হেড্‌মিষ্ট্ৰেছে।

"এওঁৰেই কোনোবা এজনী ছোৱালীৰ অসুখ বুলি কৈছিল নহয় ?" চাহৰ কাপ-প্লেটযোৰ ক'তো থ'বলৈ ঠাই নাপাই মাটিতে থৈ সুধিলোঁ ।

হেড্‌মিষ্ট্ৰেছে কাপৰ পৰা মুখ দাঙি অলপ ডাঙৰকৈ হাঁহি এটা মাৰিলে। অহল্যায়ো যেন হাঁহিবলৈ গৈছিল, কিন্তু ইমান জোৰেৰে চৰ্চৰণি খাই উঠিল যে হাতৰ কাপ ছিটিকি দূৰত পৰিল। নাকে-মুখে চাহৰ ছিটিকনি ওলাই তেওঁৰ গাৰ কাপোৰতো পৰি গ'ল । অলপ সময় তললৈ মুখ কৰি বুকুত হাত দি কাহি থাকিল । হেড্‌মিষ্ট্ৰেছে লৰালৰিকৈ চাহৰ কাপটো থৈ থিয় হৈ অহল্যাৰ পিঠিখন ঘঁহি দিলে, মই ত্ৰাসগ্ৰস্ত হৈ উভয়লৈ চাই থাকিলোঁ । চৰ্চৰণিটো ভাল হোৱাৰ পাছত মই পিয়ন ল'ৰাটোক টিঞৰি অলপ গাখীৰ আনিবলৈ ক'লোঁ । সি লৰালৰিকৈ গাখীৰ লৈ আহিল । মই গাখীৰকাপ অহল্যালৈ আগবঢ়াই দি ক'লোঁ, "চাহৰ দাগ বৰ বেয়া দাগ, তোমাৰ ধুনীয়া কাপোৰযোৰ নষ্ট হ'ব। তৎক্ষণাৎ গাখীৰ দিলে চাহৰ দাগ যায় ।"

হেড্‌মিষ্ট্ৰেছে নিজেই চাহৰ দাগবিলাকত গাখীৰ লগাবলৈ আৰম্ভ কৰিলে। চাদৰখনৰ বুকুৰ ওচৰত চাহ অলপ বেছিকৈ পৰিছিল, হেড্‌মিষ্ট্ৰেছে তাতো লগাবলৈ ধৰাত মই ল'ৰাটোক তামোল আনিবলৈ কওঁ বুলি বাহিৰ ওলালোঁ ।

ৰাজখোৱা সাজ-পাৰ কৰি ওলাই আহিছিল ।

প্লেট এখনত চুপাৰি-মচলা লৈ সিফালৰ পৰা ল'ৰাটো আহিছিল । মই বাহিৰতে প্লেটখন লৈ ভিতৰলৈ সোমাই গ'লোঁ ।ৰাজখোৱাও মোৰ লগতে সোমাই হেড্‌মিষ্ট্ৰেছলৈ চাই ক'লে, "আপোনাৰ অসুবিধা নহ'লে এতিয়াই যাওঁ ।স্কুলঘৰটো চাই ল'ব লাগিব, ক'ত কমটো সাজিব লাগিব আৰু সেইটো সমষ্টিত মানুহৰ সংখ্যা সৰহ, গতিকে দুটামান কম কৰিব লাগিব যেন পাওঁ । কাকতিৰ পোলিং অফিচাৰৰ সমস্যা সমাধান প্ৰায়

হৈছেই, মোৰহে এতিয়া কোন আছে, খা-খবৰ কৰিব লাগিব ।"

হেড্‌মিষ্ট্ৰেছ যাবলৈ বুলি থিয় হৈ ক'লে, "আজি যদি আপোনালোকৰ কাম নাই, তেনেহ'লে আপুনিও ওলাওক । আৰু যদি কিবা কাম কৰিবলগীয়া আছে অহল্যা থাওক ।"

"কাম অৱশ্যে আজি বিশেষ নাই, কাৰণ কাইলৈ দিনটো আমাৰ হাতত আছে। কাইলৈ হ'লে ভাল ৰিহাৰ্চেল কৰিব লাগিব। অহল্যাৰ অৱশ্যে কামটো টান নহয়, হাতত চিয়াঁহীৰ দাগ দিয়া । হাজাৰ চাবোন চৌদাৰে ধুলেও সেই দাগ নাযায় নহয়" বুলি মই নিজ ৰসিকতাত নিজেই হো হো কৰি হাঁহি দিলোঁ ।

পিছতে থিয় হোৱা অহল্যালৈ কেৰাহিকৈ ঘূৰি চাই হেড্‌মিষ্টেছে ক'লে, "ওঁ, এওঁ আজি নিজেই দাগ লৈছেই নহয়, গ'ল নে দাগবিলাক ?"

"যাব, যাব" বুলি মই কথাষাৰ লঘু কৰি একেলগে সকলো ওলাই আহিলোঁ। পিয়নটোক ৰুমটোত তলা লগাবলৈ আৰু বস্তুবিলাকৰ ওপৰত চকু দিবলৈ এবাৰ আকৌ সকীয়াই দি আগবাঢ়িলোঁ ।

মহৰামুখ অঞ্চলটো কেবাখনো গাঁৱৰ সমষ্টি । এই গাওঁখনৰ নাম সেন্দুৰীপাম। তাৰ বাহিৰেও আঁতৰলৈ জনজাতীয় ৰাইজৰ বসতি আছে। ধান খেতি ভাল হয়, অন্যান্য খেতিও সেই অনুপাতে । স্বাধীনতাৰ পিছৰপৰাহে এই অঞ্চলটোৰ অলপ উন্নতি হৈছে। তাৰ আগতে তেনেই পিছপৰা অঞ্চল। এতিয়া অৱশ্যে তিনি কিলোমিটাৰমান আঁতৰত এখন হাইস্কুল আছে, এইখন গাঁৱতে এখন এম. ভি. স্কুল আৰু আগৰ ছোৱালী মাইনৰ স্কুলখনকে উন্নীত কৰি হাইস্কুল কৰিছে । হেড্‌মিষ্ট্ৰেছ গৰাকী আই. এ. পাছ আছিল, প্ৰাইভেটকৈ দি বি. এ. পাছ কৰিলে। তেখেতৰ গিৰিয়েকে নেফাত এছিষ্টেন্ট পলিটিকেল অফিচাৰৰ কাম কৰে । ল'ৰা তিনিটাই ইঞ্জিনীয়াৰিং, মেডিকেল আৰু সৰুটোৱে যোৰহাটৰ কলেজত পঢ়ে । ছোৱালী এজনী আগতেই বিয়া দিছে, শহুৰেকে দহ কিলোমিটাৰমান আঁতৰৰ চাহ বাগান এখনত হেড্‌ক্লাৰ্ক কৰিছিল, অবসৰ লৈ বৰ্তমান ঘৰতে আছে। গতিকে ঘৰখনত প্ৰাণী বুলিবলৈ বৰ্তমান শহুৰ, বোৱাৰী আৰু স্কুলৰ চকীদাৰণীজনী লগত থাকে ।

এইবিলাক কথা আমি যাওঁতে যাওঁতে কথা প্ৰৱাহত বুজিব পাৰিলোঁ । এই অঞ্চলটোত এই পৰিয়ালটোৱেই যে আগবঢ়া, সেই কথা পুৱা গাওঁবুঢ়াৰ মুখেই বুজিব পাৰিছিলোঁ ।

কিন্তু মোৰ এইবিলাক খবৰৰ প্ৰয়োজন সেই মুহূৰ্তত নাছিল, যাৰ বিষয়ে জানিবৰ তীব্ৰ আগ্ৰহ হৈছিল, তেওঁৰ বিষয়ে কথা পতাৰ বা তেওঁৰ লগত কথা পতাৰ একো

সুযোগেই বাটছোৰাত নোলাল ।

অহল্যাৰ বিষয়ে মই হঠাৎ কি কথাবাৰ সুধিছিলোঁ যাৰ গুধৰণী এটা দিবলৈ গৈ হেড্‌মিষ্ট্ৰেছেও হাঁহিব লগা হ'ল আৰু অহল্যাই এইদৰে চৰ্চৰণি খাব লগা হ'ল। কথাবাৰত কিবা এটা যেন মাৰাত্মক ভুল আছিল । দ্বিতীয়বাৰ তাৰ উল্লেখ কৰিবলৈ মোৰ সাহ নহ'ল ।আৰু অহল্যা কেনেকৈ এইখিনি পালেহি আৰু ময়েইবা কেনেকৈ ইয়াত অহল্যাক বিচাৰি পালোঁহি ?

যিটো বিষয় মই কেতিয়াবাই শেষ হৈ গৈছিল বুলি ভাবিছিলোঁ, উকীলে পুৰণি নথি পত্ৰ নতুনকৈ ঘাটিব লগা হোৱাৰ দৰে, মই আকৌ সাত বছৰৰ আগৰ ধূলি-মকৰাজাল লগা কাগজ-পত্ৰবিলাক মেলি ল'ব লগা হ'ল ।

আমাৰ নানান কথা-বতৰাৰ সুৰুঙাৰ মাজে মাজে মোৰ মনৰ ভিতৰলৈ অতীতৰ পোহৰৰ ৰেখাবিলাক কেতিয়াবা দীঘল, কেতিয়াবা চুটি হৈ পৰিবলৈ ধৰিলে। এবাৰ আকৌ কিবা এটাৰ অজুহাত লৈ অহল্যাৰ মুখখনলৈ গোপনে চাই পঠিয়ালোঁ । ক'তো বৈধব্যৰ একো চিন নাই ।আৰু শিৰৰ সেন্দুৰ আছে নে নাই আঁতৰৰ পৰা আৰু একাৰৰপৰা চোৱাৰ কাৰণে একো ধৰিব নোৱাৰিলোঁ । অহল্যাৰ তেনেহ'লে বিয়া হোৱা নাই ? অসম্ভৱ হু তেনেহ'লে ছোৱালীজনী কাৰ ?

মোৰ যাতে অন্যমনস্কতা ধৰা নপৰে তাৰ বাবে অতি সাৱধানে আগবাঢ়িব লগা হৈছিল ।অহল্যাৰ অন্তৰতো সেই সময়ত নিশ্চয় একেবিলাক ভাবৰ খলকনিয়ে উথল-মাথল লগাইছিল । আনে কি ভাবে, কোনে জানিব; অতি ওচৰজনৰো, একেবাৰে নিজৰজনৰো মনৰ ভাব আমি জানো কেতিয়াবা বুজিব পাৰো ?

গাওঁখনৰ বসতি সেৰেঙা, একেলগে বাটৰ দুইকাষে দুঘৰ-তিনিঘৰ মানুহ, মাজতে আকৌ হয় মুকলি পথাৰ নহয় বাঁহ-কাঠ, কলগছ আদিৰ হাবি, ঘৰ-বাৰীবিলাক সৰ্বসাধাৰণ অসমীয়া মানুহৰ ঘৰ ।বহুতৰে ওপৰত খেৰবিলাক জহি খহি দীঘল দীঘল কামিবিলাক ওলাই আছে ।সৰু চোতালবিলাকত পথাৰৰ পৰা নতুনকৈ কাটি অনা ধানৰ ডাঙৰীবিলাক মেজি কৰি থোৱা হৈছে ।

মাজে মাজে দুই-এটা কাঠৰ ফ্ৰেমৰ বঙলাঘৰ নতুনকৈ উঠিছে, য'ত কোনোটোত হয়তো ওপৰত খেৰ বা টিন লগাই থৈছে — বাকী গোটেই ঘৰ উদং ।কাঠৰ ফ্ৰেমটো, নাই বেৰ, নাই দুৱাৰ, নাই খিৰিকী ।

আমি গৈ হেড্‌মিষ্ট্ৰেছৰ ঘৰৰ পদূলি পালোঁ ।বাটৰ পৰা অলপ মাত্ৰ সোমাই যাব লাগে ।বাটৰ ফালেই মুখ কৰি জিলিকি আছে ঘৰটো । হেড্‌মিষ্ট্ৰেছ পদূলিতে ৰ'ল ।

আমিও সকলো তেওঁৰ লগতে বৈ গ'লো । তেখেতে মোলৈ চাই ক'লে, "আপুনি নহ'লে আমাৰ ঘৰলৈকে যাওঁক, দেউতাই আপোনাক সোনকালেই মাতিছিল, কথা পাতকগৈ । মই ৰাজখোৱাক স্কুলটো দেখুৱাই আনো । অহল্যাও যোৱা, মায়াই আকৌ বাহিৰত খেলি-মেলি ঠাণ্ডা লগাব পাৰে। দেউতাক পানী-দুনি দিবলৈও বাইক ক'বা ।"

স্কুলটো ঘৰৰ অলপমান আগলৈ । মই কথাৰ লগে লগে তেখেতসকলৰ পদূলিৰ ফালে মুখ ঘুৰাইছিলোঁৱেই আৰু অহল্যা তেওঁলোকৰ লগে লগে এখোজ কি দুখোজ আগবাঢ়িছিল। কিন্তু হেড্‌মিষ্ট্ৰেছৰ পিছৰযাৰ কথাৰ লগে লগে বৈ গ'ল। আৰু মোৰ পিছে পিছে ধীৰ খোজেৰে আহিবলৈ ধৰিলে ।

আচল আলিবাটটোৰ মাজতে শিলগুটি কিছুমান দিয়া আছে । কিন্তু কাষবিলাক ধূলিত ভৰি সোমাই যোৱা । হেড্‌মিষ্ট্ৰেছৰ পদূলিলৈ সোমাই যোৱা এই বাটছোৱাত দুকাষে ঘাঁহ, গৰুৱে খাই মিহি আৰু সমান কৰি থৈছে । মাজতে এবেগেতমান বহল বগা, ঘাঁহ নগজা অংশ এটা দীঘলীয়া সেওতা এটাৰ দৰেই গৈ গৈ দুৱাৰমুখত ৰৈছেগৈ। ধূলি নাইকিয়া আৰু খটখটীয়া সেই মাজৰ ঠাইখিনি । মই ঘাঁহৰ ওপৰত থিয় হৈ জোতাযোৰ অলপ শব্দ কৰি গোৰ মৰাদি মাৰি ধূলিবিলাক গুচাবলৈ চেষ্টা কৰিলোঁ। মোৰ উদ্দেশ্য, অহল্যা হয় মোতকৈ আগ হওক, নহয় মোৰ ওচৰ পাওকহি । অহল্যাৰ ভৰিহাললৈ চকু গ'ল । সাধাৰণ এযোৰ চেণ্ডেল পিন্ধিছে আৰু ভৰিৰ সৰু গাঁঠিলৈকে ধূলিয়ে বগা কৰি পেলাইছে ।

ৰাজখোৱা আৰু হেড্‌মিষ্ট্ৰেছ আগবাঢ়ি গৈ আছিল । তেওঁলোক অলপ দূৰ যোৱাৰ পাছত মই কথা আৰম্ভ কৰি দিলোঁ । ইমান সময় হেঁচা মাৰি থোৱা মনৰ ভাব, বিস্ময় আৰু কৌতুহলবিলাক আকৌ চকুৰে-মুখে ওলাই পৰিল ।

অহল্যাই অলপ দীঘলকৈ উশাহ এটা লৈ হঠাৎ 'উস্' বুলি যন্ত্ৰণাৰ পৰা সকাহ পোৱা ধৰণৰ শব্দ এটা উচ্চাৰণ কৰিলে।

"কি হৈছিল অহল্যা, মই অথনি ফিট্ হৈ যাম বুলি ভাবিছিলোঁ । কেনেকৈ পালোঁহি তোমাক ? কেতিয়া আহিলা এনে এখন আওহতীয়া ঠাইলৈ ? মায়া কোন ?"

"মই আপুনি বুলি জনা হ'লে পোলিং অফিচাৰ হ'ম বুলি কেতিয়াও বাইদেউক সম্মতি নিদিলোহেঁতেন । এতিয়াও ঠিক নাই, ৰাজখোৱা বোলাজনকো মানুহ লাগে। মোৰো ওচৰ হয় ।"

"নহয়, নহয়, অহল্যা, মিনতি কৰিছোঁ তোমাক, আজি কিমান বছৰৰ মূৰত তোমাৰ লগত দেখা-দেখি, তুমি মোৰ পোলিং অফিচাৰ হোৱা, মোৰ বহুত কথা আছে

ক'বলগীয়া।" মাতটো মোৰ শেহলৈ কৰুণ হৈ পৰিছিল ।

"....সেইবিলাক কথা কোৱাৰপৰা এতিয়া আৰু কি লাভ ? যোৱা কথা গ'ল আৰু।" অহল্যাই লাহে লাহে খোজ পেলালে ।

"যোৱা কথা সদায় যায় বুলিয়েই ভাবিছিলোঁ, আজি এই সেন্দুৰীপামত তোমাক আকৌ লগ পাই সেই কথা অসত্য বুলি স্বীকাৰ কৰিছোঁ । যোৱা কথাবিলাক ঘূৰি আহিবও পাৰে । কাৰণ পৃথিবী যে ঘূৰণীয়া । লগে লগে মই হাঁহি উঠা কথা এষাৰ কৈ দিলোঁ বুলি ভাবি নিজেই হা হা কৰি হাঁহি দিলোঁ ।

অহল্যাই অৱশ্যে নাহাঁহিলে, বা হাঁহিবলগীয়া একো নাপালে, দুয়ো আকৌ লাহে লাহে আগবাঢ়ি গ'লোঁ। সুধিবলগীয়া বহুতেই আছিল, কিন্তু কোনটো সোধোঁ, কোনটো নোসোধোঁ একো ঠিক কৰিব নোৱাৰিলোঁ । হঠাতে মনত পৰিল মায়াৰ কথা । "মায়া কোন ন'কলা নহয় ?"

"মায়া বাইদেউৰ ছোৱালী, কিয় অঞ্জনা বাইদেউ যে হু অথনি কোৱা নাছিলোঁ নেকি ?" নিজকে নিজেই প্ৰশ্ন কৰাদি অহল্যাই মোক ক'লে ।

"কেনেকৈ ক'লা ? চৰ্চৰণি এটাহে খাই পেলালা । অঞ্জনা বাইদেৱেৰাৰ ছোৱালী ? কিয় তেওঁৰ বিয়া হোৱা নাই ছেঃ ছেঃ , মই পগলাৰ দৰে কি সুধিছোঁ চোৱা, কিয় তেওঁলোকনো ক'ত থাকে ?" অহল্যাৰ বিয়াৰ কথাটোৱে মোৰ মনত খেলাই থকাত বোধহয় কথাষাৰ তেনেকৈয়ে ওলাই গৈছিল । দেউতাকৰ এক্সিডেন্টৰ সময়ত সন্তানসম্ভৱা বুলি শুনিছিলোঁ ।

অহল্যাই মুখখনত সামান্য ভ্ৰূকুটি এটা লৈ ক'লে, "বাইদেউ-ভিনিহিদেউতহঁত নগাপাহাৰত থাকে । ভিনিহিদেউ তাতে ডাক্তৰ । মোৰ লগত কোনো নাই আৰু পঢ়াৰ অসুবিধাত ইয়াতে মোৰ লগত ৰাখিছোঁ । আ" আৰু কিবা এটা আধা উচ্চাৰণ কৰিয়ে ৰৈ গ'ল ।

আমি গৈ নঙলামুখ পাৰ হৈ চোতাল পাইছিলোঁ । পুৱা দেখি যোৱা ঘৰটোৰ দুৱাৰমুখৰ পৰা এজনী ৬/৭ বছৰীয়া ছোৱালী লৰি আহি অহল্যাক সাবটি ধৰিলেহি। "মাহীটি, মাহীটি, মোক ভোট দেখুৱাবলৈ নিনিলা কেলেই ?"

"ভোট পৰহিলৈহে, তেতিয়া নিম নহয় । তুমি আকৌ ঠাণ্ডা লগাই জ্বৰ কৰিলে ভোট চাবলৈ নোপোৱা । এয়া ভোটৰ মানুহ আমাৰ ঘৰলৈকে আহিছে ।"

মই কেইখোজমান পাছ পৰিছিলোঁ । এজোপা ডাঙৰ পাতবাহাৰ ফুল দুৱাৰমুখতে আছিল আৰু সেই ফুলজোপাই মোক অলপ আঁৰ কৰিও ধৰিছিল ।

ছোৱালীজনীয়ে ঘূৰি মোলৈ চালে । মোক ভোটৰ মানুহ বুলি পৰিচয় কৰাই দিয়াৰ লগে লগে মই ছোৱালীজনীলৈ চাই হাঁহিলোঁ ।" এৱেঁই নহয় মায়া, ?" বুলি ছোৱালীজনীৰ কাষলৈ আগবাঢ়ি গলো ।

অহল্যাই ছোৱালীজনীৰ হাতখন ধৰি ক'লে, "নোকোৱা কিয় তোমাৰ নামটো ? এখেত যে আহিছে বৰ ডাঙৰ মানুহ । শ্বিলঙত থাকে । এতিয়া ডাঙৰ অফিচাৰ কৰি চৰকাৰে পঠিয়াই দিছে ভোটৰ কাৰণে । বুজিছা ? এতিয়া তুমি বহিবলৈ দিয়া, কথা পাতা। মই কাপোৰ-কানি সলাওঁগৈ ?"

মই পুৰা বহা কোঠাটোতে মায়াক লৈ গৈ বহিলোঁগৈ । সেইটোৱে হেড্‌মিষ্ট্ৰেছৰ ড্ৰয়িং ৰুম । পুবাৰ সেই খিৰিকীখনেদিয়ে বাহিৰখন, কম্পাউণ্ডৰ সেই সৰু ঘৰটো, বন্ধ হৈ থকা নগাঢাৰিৰে দুৱাৰখন সম্পূৰ্ণ চকুত পৰিল । চকুত পৰিল অহল্যাক, অহল্যাই সেই দুৱাৰখন মেলি সোমাই গ'ল ।

"তোমালোক কোনটো ঘৰত থাকা, মই চকু মুদি কৈ দিব পাৰোঁ —মায়াৰ হাতখনত ধৰি ক'লোঁ ।

"ই আমি সেইটো ঘৰত থাকোঁ । কোনেনো নাজানে ।" মায়াই হাতখন এৰুৱাবলৈ চেষ্টা এটা কৰি ক'লে ।

"তোমাৰ যে ডাঙৰ পুতলাটো কোনখিনিত থাকে, তাকো মই চকু মুদি কৈ দিব পাৰোঁ ।"

মায়াই এইবাৰ অবিশ্বাস আৰু আশ্চৰ্য্যৰ ভাবেৰে মোৰ চকুহাললৈ চালে ।

"কওঁকচোন তেনেহ'লে ? চকুহাল জপাই দিয়ক ।"

মই চকুহাল জপাই দি ক'লো, "তোমাৰ ডাঙৰ কইনাজনী শোৱা ৰুমটোৰ কাষৰ আইনাৰ আলমাৰীটোৰ ভিতৰত আছে ।"

"ঈ ই নোৱাৰিলে ক'ব, নোৱাৰিলে ক'ব, আমাৰ আইনাৰ আলমাৰী নায়ো ।"

"নহয় নহয়, আইনাৰ আলমাৰী নহয়, কাঠৰ আলমাৰী, এই ধৰা তাঁৰৰ জাল লগোৱা ।"

"ই মোৰ ডাঙৰ কইনাজনী কেতিয়াবাই মৰিল । মই তাইক কেতিয়াবাই পুতি থ'লোঁ, অ' নহয় খৰি দিলোঁ ।"

"এয়া, তেনেহ'লে তাকে মই দেখিছোঁ। দেখিছা নে, মই মাটিৰ তলালৈকে দেখিব পাৰোঁ।" বুলি মই মায়াক কোলাৰ কাষলৈ টানি আনিলোঁ ।

"বাৰু ভোটবিলাক যে আপুনি আনিছে খিলঙৰপৰা, দেখিবলৈ কেনেকুৱা ?"

"একেবাৰে ভূতৰ দৰে । কেতিয়াবা মায়া ধৰি মানুহ হ'ব পাৰে, কেতিয়াবা আকৌ মায়া কৰি মায়াৰ দৰে ছোৱালী এজনী হ'ব পাৰে । চুলিবোৰ তোমাৰ নিচিনা সোণালী ৰঙৰ, ডিঙিলৈকে পৰা, মুখখন তোমাৰ নিচিনা মিহি, দীঘলীয়া, চকুহাল তোমাৰ নিচিনা তিৰবিৰাই থকা, হাতবিলাক, আঙুলিবিলাক তোমাৰ নিচিনা দীঘল, মিহি গাৰ বৰণটোও তোমাৰ নিচিনা মিঠা মিঠা... "

মায়াই একেথৰে মোৰ কোলাতে বহি মোৰ মুখলৈ চাই শুনি গৈছিল । মাজতে কৈ উঠিল, "তাই বাৰু মোৰ নিচিনাকৈ ডিঙিত মাফলাৰ মাৰিব পাৰে নে ? মোৰ নিচিনাকৈ জোতা-মোজা পিন্ধিব পাৰে নে ? মোৰ নিচিনাকৈ জ্বৰ হৈ থাকে নে ?"

মই 'পাৰে পাৰে' এই অৰ্থত মূৰটো ভাঙৰকৈ জোকাৰি গৈছিলোঁ, কিন্তু জ্বৰ হোৱাৰ কথা শুনি ক'লোঁ, "তোমাৰ জ্বৰ হৈ থাকে নেকি ?"

"ওঁ মোৰ টনচিল আছে নহয় ।"

"অ' হয় নেকি ? পিছে মই ধেমালিহে কৰিছোঁ, ভূত নাই নহয়, আজি-কালি ভোটতহে আছে । কাগজ এখন আছে, তাত ছবি আছে, ছবিটোত হাত মাৰি বাকচত ভৰাই দিব লাগে ।"

ভিতৰৰ পৰা বুঢ়াজনে গামোচা এখনেৰে মুখখন মচি মচি খকখকাকৈ আমাৰ কোঠাটোলৈ সোমাই আহিল ।

"ইস্ ইস্ ইস্ বোপা, মই আকৌ আবেলি এবাৰ বাহিৰলৈ যাব লাগে । গতিকেই গা ধোৱা, গৰম পানী বিচৰা, তাতে ঠাণ্ডা পৰি আহিছে, বয়সো হৈছে... ইস্ ইস্ মোক এতিয়াহে আইজনীয়ে কৈছে — বোৱাৰীও নাই, অকলে অকলে বহি আছোঁ বুলি ।"

মই হাঁহি হাঁহি ক'লোঁ, "অকলে নহয়, মায়া আছে যেতিয়া আৰু কাকো নালাগে ।"

মায়া মোৰ ওচৰৰ পৰা ওলাই ঘৰলৈ লৰ মাৰিলে ।

"অ' তাইৰ কথা নক'বা বোপা, তাই এটা বুঢ়া জীৱ । কিমান যে কথা তাইৰ, উত্তৰ দি দি ভাগৰি পৰিব লাগে । মায়া, কিয় গলি, আহ । কেইদিনমান আকৌ তাইৰো গাটো অসুখ হ'ল । অ' সৌৱা মাইকেনাও আহি ওলাইছে । এইবিলাক চৰকাৰী লেঠা, স্কুলৰ লেঠা, বাইজেও নেৰে, মাষ্টৰণী কৰিব লাগে ।"

"ভালেই হৈছে দিয়ক, আজি-কালি শিক্ষাৰ উন্নতিৰ যুগ, স্ত্ৰী-শিক্ষাও বাঢ়িছে । আপুনি বহক ।"

বুঢ়াই বেতৰ ডাঙৰ মাচিয়া এখনত বহিল আৰু ভিতৰৰ পৰা বাইজনীয়ে গুৰগুৰিত ধঁপাত লগাই আনি কাষৰ টিপয় এখনত থৈ গ'ল ।

হেড্‌মিষ্ট্ৰেছে বাহিৰৰ পৰা মোক সুধিলে, "অ' আপুনি দেউতাক পাইছে কথা পাতিবলৈ? ৰাজখোৱা বাহিৰে বাহিৰে গৈছে পোলিং অফিচাৰ বিচাৰি ।"

তেখেত বাহিৰ চোতালেদিয়ে ভিতৰ ফাললৈ সোমাই গ'লগৈ । সন্ধিয়া লাগি আহিছিল। বাইজনীয়ে লেম্প এটা জ্বলাই আনি টেবুলৰ ওপৰত ৰাখিলেহি । নতুন হাৰিকেন লেম্প, ওপৰৰ ঢাকনিত সূতা এডালত ওলোমাই থোৱা দোকানৰ নাম লিখা গোল বগা ডাঠ কাগজডোখৰ এতিয়াও লাগি আছে ।

আঁতৰৰ নামঘৰ এটাৰ পৰা ডবাৰ শব্দ গুকম গুকমকৈ কাণত পৰিলহি । বুঢ়াই দুয়োহাত যোৰ কৰি মুখেৰে অস্পষ্টভাৱে "কৃষ্ণ কৃষ্ণ" শব্দ দুটা উচ্চাৰণ কৰিলে ।

ময়ো নাস্তিক নাম পোৱাৰ ভয়ত নিজেই শুনাকৈ "কৃষ্ণ কৃষ্ণ" বুলি উচ্চাৰণ কৰিলোঁ ।

"হেৰ' গোঁসাই ঘৰত চাকি-বন্তি দিয়া হ'ল নে" বুলি ভিতৰৰ ফালে চাই উমৈহতীয়াভাৱে কথাষাৰ কৈ গুৰগুৰিৰ নলীত হোঁপা দি এবাৰ নাকে-মুখে বহুত সময় ধোঁৱাখিনি উলিয়াই বুঢ়াই গা লৰাই বহি লৈ আৰম্ভ কৰিলে কথা ।

"ওঁ তেনেহ'লে বোপা শ্বিলঙৰ পৰা আহিছে ?"

"আপুনি মোক বোপা বুলি নিজৰ ল'ৰাক মতাদি মাতিছে; আকৌ 'আপুনি' বুলিছে কিয় ? হয়, মই শ্বিলঙৰ পৰা আহিছোঁ ।"

বুঢ়াই আকৌ গুৰগুৰিত সৰু টান কেইটামান দি ক'লে, "হওক, বয়সত ডাঙৰ নহ'লেও জ্ঞানত ডাঙৰ, পদবীত ডাঙৰ, তথাপি তুমি বুলিবলৈকে মই ভাল পাওঁ । বোপাই নামটো কি কৈছিলা ?"

"বিপুল কাকতি । ঘৰ গুৱাহাটীত । বৰ্ত্তমান অৱশ্যে শ্বিলঙতে থিতাপি লৈছো ।"

"বৰ ভাল কথা । বৰ ভাল কথা । বোপাৰ কোন কোন আছে ?"

"গুৱাহাটীৰ ঘৰত আছে দেউতা, বুঢ়া হৈছে । মা ঢুকাল কেতিয়াবাই । ভাই-ককাই আমি দুজন । ময়ে ডাঙৰ । সৰুজনে গুৱাহাটীত ব্যবসায় কৰে । দুবছৰমান হ'ল, তাৰো বিয়া হ'ল ।"

"তেনেহ'লে বিশেষ জঞ্জাল নাই । তোমাৰ বিয়া কৰোৱা কেইবছৰ হ'ল ? ভায়েৰাই বিয়া কৰোৱা বোলাতহে সুধিলোঁ, বিয়া কৰোৱা যেন নালাগে ।"

বুঢ়াই গুৰগুৰিত দীঘলকৈ টান এটা দি সুধিলে ।

মই অলপ ভাবি চিন্তি কোৱাদি ক'লোঁ, "মোৰ বিয়া কৰোৱা ছ'বছৰেই হ'ল।" কিন্তু তাৰ পিছত যি প্ৰশ্ন আহিব তাকে ভাবি মই অলপ বিব্ৰত হ'লোঁ ।

"ওঁ" বুলি বুঢ়াই অলপ আচৰিতভাৱে মোৰ মুখলৈ চালে । "বোধহয় কম বয়সতে বিয়া কৰাইছা ?"

"হয়, বি.এ. পাছ কৰাৰ পাছতে ।"

"ল'ৰা-ছোৱালী ?"

ঠিক এই প্ৰশ্নটোকে । কিন্তু প্ৰশ্নটো আহিল যেতিয়া সহজভাৱেই তাৰ সন্মুখীন হ'ব লাগিব । ক'লোঁ, "ল'ৰাটোৰ বয়স সাতমাান হৈছে হু সেই কাৰণে ল'ৰা-ছোৱালীৰ প্ৰশ্ন মই উত্তৰ দিবলৈ অৰ্থাৎ কিমান ল'ৰা-ছোৱালী আৰু নেচাবেলি মানুহে সুধিবই দিয়কচোন, মানে আগৰ দুটা ল'ৰা-ছোৱালীৰ মুখ দেখিবলৈ নোপোৱাৰ দৰে; এইটোৰ সময়তে মাকৰ বৰ টান অপাৰেচন কৰিবলগা হ'ল, ইয়াৰো কিবা বিকেট্ নে কি বেমাৰ হ'ল, এতিয়া লাহে লাহে ভাল হৈছে । ডাঙৰ নোহোৱালৈকে ক'ব নোৱাৰোঁ।

বুঢ়াই হোঁকা হুপিবলৈ এৰি স্তব্ধ হৈ ৰ'ল । "ছিঃ মই এটা বৰ 'ফুল' বোপা, তেনে বুলি জনা হ'লে নোসোধোঁ নহয়, ভাল হ'ব, ভাল হ'ব, ভগৱানে নিশ্চয় ভাল কৰিব। এইবিলাক অলপ কৰ্মফলৰো কথা, পূৰ্বজন্মৰ লিখন মতেহে হৈ থাকে । তোমালোক ডেকা ল'ৰা, আধুনিক শিক্ষা পোৱা, এইবিলাক কথা নামানিবা, কিন্তু বয়সৰ লগে লগে বহুত কথা পৰিষ্কাৰ হৈ দেখা দিয়ে । চকু যিমানে বুঢ়া হয়, জলক্‌তবক্ দেখা হয়, ভিতৰৰ সত্যবিলাকো চাবলৈ সিমানে শক্তি পায় ।"

মই হাঁহি হাঁহি সুধিলোঁ, "পূৰ্বজন্মত মাছেই আছিলোঁ নে চৰায়েই আছিলোঁ, কোনে মাৰি খালে, এতিয়া এই জন্মত তাৰ ফলটো লাগি থাকিল কেনেকৈ ?"

"মাছেই আছিলোঁ বা কাছেই আছিলোঁ, সেইবিলাক খামখেয়ালিভাৱে ঢোৱা নাছিলোঁ, এক্সিডেন্ট নহয়, এটা ছিজিনত অৰ্ডাৰলিভাৱে আহি থাকে । যেতিয়ালৈকে আমাৰ ফল শেষ নহয়গৈ । পূৰ্বজন্ম বুলি কয়হে, এই জন্মতেই এই জন্মৰ ফল ভোগ কৰিব লাগে । কামৰ ফল ভোগ কৰিবই, সৰু ল'ৰা এটাই চাকিটো ছুলে নোপোৱে জানো ? সেইটোৱে প্ৰকৃতিৰ নিয়ম । আমি মহাপ্ৰকৃতিৰ সোঁতত উটি আহিছোঁ । তাহানি বিদুৰে এটা জন্মত পাঁচ বছৰ বয়সতে ফৰিং এটা ধৰি খৰিকা এডালেৰে শাস্তি দিছিল । সেইবাবে মৃত্যুৰ পিছত বিদুৰে যমৰাজৰ বিচাৰত শূলত বহিব লগা হ'ল । মই অলপ পাহৰিছোঁ, মহাভাৰতখনত আছে, কাইলৈ দিনত আহিলে মই দেখুৱাব পাৰিম ।"

মই সঁচা-সঁচিকৈয়ে ভগৱানৰ নাম ল'বলৈ আৰম্ভ কৰি দিছিলোঁ । মোক এই বুঢ়াৰ কৰ্মফলৰ পৰা কোনে উদ্ধাৰ কৰিব ; স্বয়ং ভগৱান নাহিলে ।

কিন্তু ভগৱানে দূত পঠিয়াই দিলে অহল্যাক । আগে আগে অহল্যাই ট্ৰেখনত চাহ-জলপান, পিছে পিছে বাইজনীয়ে সৰু টিপয় এখন লৈ সোমাই আহিল ।

"আনিছ নে আই ? দে, দে বোপাক, বাৰে-ভচহ কথাকে বোপাৰ লগত চোবাই আছোঁ, বোপাই চাগৈ আমনি পাইছে ।"

"নহয়, নহয়, বিশ্বাস কৰক, মই মহাভাৰতৰ কাহিনীটো আগেয়ে শুনা নাই । বেছ মৰেল থকা । মই ভাবিছিলোঁ মহাভাৰতত অকল যুদ্ধৰ কথা আছে ।"

বুঢ়াই দুগুণ উছাহেৰে আৰম্ভ কৰিলে, "বোপাই মহাভাৰত ৰামায়ণ পঢ়া নাই ? মইতো সদায় তাকেই কৈ আহিছোঁ, এয়া আমাৰ শিক্ষাৰ দোষ । আমি ইংৰাজী শিক্ষা ল'বলৈ গৈছোঁ, নিজৰ মহাভাৰত, ৰামায়ণ, কীৰ্তন, দশম পঢ়া নাই ।"

মই শুধৰাই দি ক'লোঁ যে আজিকালি স্কুল, কলেজত এইবিলাক পঢ়োৱা হয় । অৱশ্যে বিষয় বা ছাবজেক্ট লৈ কথা ।

"ছাবজেক্ট বুলি নহয়, সকলো ছাবজেক্টতে কম্পালচৰি পঢ়াব লাগে । মহাভাৰত, ৰামায়ণৰ কথা আমাৰ অহল্যাক সুধিবা, অহল্যা আইজনীয়ে মোক হিন্দী ৰামায়ণ পঢ়ি শুনায় । কি সুবলা কাহিনী, শুনি থাকিলে যেন শুনি থাকিবা । তাহানি আমাৰ বাপুকণৰ মাকেও এইবিলাক গ্ৰন্থৰ কথা শুনি বৰ ভাল পাইছিল । চাকৰ-নাকৰ বহুত, তেতিয়াৰ চাহ-বাগানৰ চাকৰি, সময় থাকে হাতত যথেষ্ট, মই মগাই মগাই মহাভাৰত-ৰামায়ণ আনি দিছিলোঁ ।

"খোৱা বোপা, খোৱা, আইজনীয়ে লৰালৰিকৈ কি কৰি দিছে ।" লুচি-ভাজি, ঘিলা পিঠা, চাহ, থালখন ভৰাই দিছে । দেখিয়ে মোৰ ভাল লাগি গ'ল । ক'লোঁ, "তুমি মোক তাহানিৰ খঁকুৱাজন বুলিয়ে ভাবি লৈছা নেকি ? আজি-কালি আবেলি চাহ একাপ বা শুকান বিস্কুট এখন হ'লেই চলি যায় । তেখেতে একো নাখায় ?"

"তেখেতে আবেলি খালে, এতিয়া চাহ একাপহে খাব ।"

বুঢ়াই চাহত সোহা মাৰি অহল্যালৈ চাই সুধিলে, "আইজনীয়ে বোপাক চিনি পোৱা নেকি ?"

অহল্যা আৰু মই দুয়ো একেলগে কিবা এটা কৈ উঠিলোঁ । বেডিঅ'ৰ মিটাৰত একেলগে কিবা দুটা ষ্টেচনৰ পৰাৰ দৰে কোনোবাৰ কথাই স্পষ্ট নহ'ল । মই অহল্যাক ক'বলৈ দি বৈ গ'লোঁ । অহল্যাও বৈ গ'ল । বুঢ়াই চাহকাপ মুখলৈ নি নোখোৱাকৈ

আমাৰ কথা শুনিবলৈ বৈ গ'ল । মই তৎক্ষণাতে ফমুটি মবাদি কৈ পঠালোঁ, "অহল্যাইতৰ লগত এসময়ত মোৰ বৰ ঘনিষ্ঠ সম্বন্ধ হৈছিল । আজি বহুতদিন অৱশ্যে খা-খবৰ নাপাওঁ ।"

অহল্যা বুঢ়াৰ কাষত থিয় দি আছিল । ক'লে, "বিপুল দাদাৰ লগত আমাৰ তেজৰ সম্পৰ্ক আছে । দেউতাৰ এবাৰ এক্সিডেণ্টত গুৱাহাটী হস্পিটালত মৰোঁ মৰোঁ । তেজ লাগে, তেজ দিওঁতা মানুহ নাই । কলেজৰ ল'ৰাক খবৰ দিলে, পৰীক্ষাৰ সময়, ল'ৰাও বহুত ঘৰা-ঘৰি গ'ল, যিকেইজন আছিল তেজ নিমিলে । বিপুল দাদাই জানিব পাৰি বহুত তেজ দি দেউতাক জীয়ালে ।"

মই লাহে লাহে চাহ-জলপান খোৱা আৰম্ভ কৰিছিলোঁ । বুঢ়াই সোহা মাৰি চাহখিনি খাই কাপ প্লেটযোৰ অহল্যাৰ হাতত দিলে, অহল্যাই টিলিমটো আৰু কাপ-প্লেটযোৰ লৈ ভিতৰলৈ সোমাই গ'ল ।

বুঢ়াই গামোচাৰে গোঁফকোছা মচি গলটো পৰিষ্কাৰ কৰি লৈ ক'লে, "বগাৰফুল । ইয়াকেই বোলে ব্লাড বিলেচন, তেজৰ সম্পৰ্ক । মহাভাৰতত পাবা, কচক এদিন মাৰি তেওঁৰ মঙহ পহৰ মঙহ বুলি শুক্ৰমুনিক খুৱাই দিছিল দৈত্যবিলাকে ।" মোক সামান্য অন্যমনস্ক যেন দেখি বুঢ়াই মাতটোত সামান্য কঠোৰতা দি ক'লে, "শুনা, শুনা বোপা, এইবিলাক পুৰাণৰ কাহিনী তোমালোকে জানিব লাগে ।"

মই কাণখন যেন ডাঙৰকৈ মেলি দিছোঁ, এনেভাৱে আধাকামোৰ মৰা পিঠাটো মুখৰ পৰা উলিয়াই তেখেতলৈ চাই ৰ'লো ।

"খোৱা বোপা, ৰ'লা কিয়, খাই থাকা আৰু শুনিও থাকা । শুক্ৰকন্যা দেৱযানীয়ে কান্দি-কাটি পিতাকক প্ৰাৰ্থনা জনোৱাত মুনিয়ে মন্ত্ৰৰ বলেৰে পেটৰ ভিতৰতে জীয়াই উৰু ফালি বাহিৰলৈ আনিলে কচক । কচ আছিল আকৌ দেৱতা দেই, বৃহস্পতিৰ পুত্ৰ । গতিকে নিজৰ তেজ মঙহৰ পুত্ৰৰ দৰে হ'ল । দেৱযানী ভগ্নীৰ দৰে হ'ল । সেয়েহে দেৱযানীয়ে উপযাচি গৈ কচক স্বামী প্ৰাৰ্থনা কৰোঁতেও কচে প্ৰত্যাখ্যান কৰিলে । অসম্ভৱ, এনেয়ে গুৰুকন্যা, তাতে এতিয়া হ'ল তেজৰ সম্পৰ্ক । কচৰ চৰিত্ৰবল চোৱা । তুমি তেজ দি এজন মানুহৰ প্ৰাণ ৰক্ষা কৰিছা, তুমি আৰু নামঘৰত, গীৰ্জা-মচজিদত বা তীৰ্থ ভ্ৰমণ কৰি লোকক দেখুৱা পুণ্য কাম নকৰিলেও হ'ব । তোমাৰ সাত-পুৰুষ উদ্ধাৰ পালে । জীৱ-দয়া — বৰ ডাঙৰ ধৰ্ম । মহাপুৰুষে লিখিছে, 'সৱাকহ মাৰি পুৰত গুহি উদৰ, নাহি কমতো ভূত দায়া' ।"

বুঢ়াই সুৰ লগাই পদফাকি গাই দিলে । সেই গলাগলীয়া বুঢ়াৰ মাতটো গীতত

এনেকৈ সুৰ লগোৱালে কি হ'ব পাৰে মই চমক্ খাই গ'লোঁ । মোৰ চাহ খোৱা শেষ হৈছিল । চিগাৰেট এটা খাবৰ উপায় নাই, বুঢ়াৰ আগত নিশ্চয় খাব নোৱাৰি ।

অহল্যাই আকৌ এখন হাতত চিলিম আৰু আনখন হাতত বটা লৈ সোমাই আহিল। মই বটাটো থোৱাৰ আগতে হাতৰ পৰাই তামোল লৈ খালোঁ । বুঢ়াই গুৰগুৰিত টান ধৰিলে। অহল্যাই চাহৰ কাপ-প্লেটবিলাক লৈ ভিতৰলৈ সোমাই গ'ল ।

অহল্যা যোৱালৈ চাই চাই বুঢ়াই কৈ উঠিল, "এইজনী কোনোবা জন্মত মোৰ নিজৰ জী আছিল । মই তাকে তাইক সদায় কওঁ । কেনেকৈ ক'ৰ ছোৱালী আহি এই স্কুলত কাম কৰিবলৈ আহিল । ঘৰৰ অৱস্থা বেয়া, মোৰ আশ্ৰয়তে, কম্পাউণ্ডতে এই ঘৰটো সাজি দি ৰাখিলোঁ । তাই অৱশ্যে বেলেগে পাগ কৰে । আজি এয়া তুমি অহা কাৰণেহে ।"

"মায়া ক'লৈ গ'ল ?" মই মাজতে বুঢ়াক সুধিলোঁ ।"

"তাইৰ আকৌ অলপ অসুখ । ঠাণ্ডা লাগে বুলি বিচনাত ৰাখিছে বোধহয় ।"

"অহল্যাৰ বিষয়ে মই একো নাজানো । তেওঁলোকৰ ঘৰৰ বৰ্তমান অৱস্থা কি নাজানো ।" মই সুবিধা বুজি এইখিনিতে বুঢ়াক সুধিলোঁ ।"

"দেউতাক ঢুকোৱাৰ কথা জানা নহয় ?"

"ওঁহো ।"

"ঢুকাল আজি তিনি-চাৰি বছৰৰ আগতে । কিবা ঠিকা-চিকা কৰি খাইছিল, এক্সিডেন্টৰ পিছত একো কৰিব নোৱাৰা হ'ল । গতিকে অৱস্থা বেয়া হৈ পৰিল। মাক থাকে ডাঙৰ জোঁৱায়েকৰ লগত । ভায়েক এটাই ডাক্তৰি পঢ়ি আছে । বেচেৰীয়ে মাক-ভায়েকৰ কাৰণেই নিজৰ জীৱন উছৰ্গা কৰিলে। নিজৰ সুখ, ভৱিষ্যৎ সকলো বিসৰ্জন দিলে। বৰ জ্ঞানী ছোৱালী তাই; বৰ জ্ঞানী ছোৱালী ।"

বুঢ়াই গুৰগুৰি টানিবলৈ এৰি মাজে মাজে আৱেগত মাতটো কঁপাই কথাখিনি কৈ গৈছে । ধুনীয়া শুকুলা গোঁফকোছা, মূৰৰ মাজলৈকে বাঢ়ি যোৱা বগা নিমজ কপালখন, বাকী মূৰটোৰ তিনিফালে থকা মিহি ঘন অথচ চুটি চিগাৰেটৰ ৰাংপতা চটাৰ দৰে চিকমিকাই থকা চুলিখিনি পূৰঠ, গোটাসজীয়া, ক'তো অকণো ভাঁজ নপৰা মুখখন মোৰ কাৰণে ইমান আকৰ্ষণীয় হৈ পৰিছিল যে মোৰ ভাব হৈছিল মানুহে যৌৱনকহে সুন্দৰ বুলি মিছাতে বৰ্ণনা কৰি আহিছে ।

বাইজনীয়ে এবাৰ আহি কথাৰ সোঁতত ভেটা ধৰিলেহি । ভিতৰত জুইৰ ব্যৱস্থা কৰিছে, গতিকে তালৈকে যাবলৈ কৈছে ।

"ব'লা, ব'লা বোপা, আমি জুইৰ কাষত বহোঁ । মোক আকৌ জাৰকালিৰ দিনকেইটাত জুই নহ'লেই নহয় । তোমাৰ চাগে বোপা আজি বিশেষ কাম নাই নহয় ?" বুঢ়াই থিয় হোৱাৰ লগে লগে মোক সুধিলে । প্ৰশ্নটো সোধাৰ ধৰণত বুজিলো তেওঁ উত্তৰটোও তাকেই বিচাৰে । ৰাতি আজি ব্ৰিজখেলাৰ কথা আছিল ৰাজখোৱাৰ লগত । তেওঁলোকৰ চাগে খঙেই উঠিব । কিন্তু বুঢ়াৰ মুখৰ মহাভাৰত-ৰামায়ণৰ কাহিনী নুশুনি ব্ৰিজ খেলিবলগীয়া আছে বুলি সাৰিব পাৰিম নে ? গতিকে বুঢ়াৰ লগে লগে ময়ো ভিতৰলৈ সোমাই গ'লো । বাৰাণ্ডাত কেৰাচিনৰ টিন এটাত বাঁহৰ মুঢ়া, চলিখৰি আদিৰে জুই একুৰা জ্বলাইছে । পিতলৰ চৰিয়া এটাত থোঁৱাই থকা গৰমপানী এচৰিয়া যতনাই থোৱা হৈছে । বুঢ়াৰ কাৰণে চকী এখন আৰু ওচৰতে মুঢ়া এটা মোৰ কাৰণে বেলেগ চকী এখন থোৱা হৈছে । বাইজনীয়ে বুঢ়া বহাৰ লগে লগে ভৰিহাল ধুৱাবলৈ আৰম্ভ কৰিলে । হেড্‌মিষ্ট্ৰেছে এবাৰ কাষলৈ আহি মোলৈ চাই মিচিকিয়া হাঁহি এটা মাৰিলে। হাঁহিটোৰ অৰ্থ এনেকুৱা 'পাইছে নে বুঢ়াৰ লগত কথা পতাৰ সোৱাদ ?' মই বুঢ়াই নেদেখাকৈ বুঢ়াৰ ফালে চাই তৎক্ষণাৎ তেখেতৰ ফাললৈ চকুহাল নি নীৰৱে হাঁহিলোঁ । তাৰ পিছত ক'লোঁ, "আপোনালোকৰ সকলোবোৰ পাহৰিলেও চাহকাপ পাহৰিব নোৱাৰিম । এনে ধুনীয়া চাহ মই ক'তো খোৱা মনত নপৰে ।"

বুঢ়াই উছাহেৰে মাত দিলে, "মোক মাহে একপাউণ্ড বি. অ'. পি. দিটো ফাৰ্ষ্টক্লাছ চাহ লণ্ডন বজাৰতহে বিক্ৰী হয়, কোম্পানীয়ে দি থাকে । মাইচেনা, বোপাক ভালকৈ চাহ একাপ দিয়া আৰু কেইটামান চাহপ্ৰাতো যোৱাৰ সময়ত দি পঠাবা ।"

ভৰি দুখন ধুৱাই মচি থকাত মোৰ ফালে ভালকৈ চাব পৰা নাছিল । গতিকে বুঢ়াই মূৰটো ভাঁজ কৰি কথা ক'বলগা হৈছিল । পিছত ভৰিহাল ধুৱাই মচি মুঢ়াৰ ওপৰত তুলি দি পানী চৰিয়া লৈ বাইজনী গুচি গ'ল ।

হেড্‌মিষ্ট্ৰেছে উৎসাহেৰে চাহ কৰিবলৈ যাবলৈ ধৰি মোক সুধিলে, ৰাতিৰ ভাতসাজ ইয়াতে খোৱাত আপত্তি আছে নেকি ? মই ক'লোঁ যে লগৰবিলাকক খবৰ দি অহা নাই, গতিকে পিছদিনা বা ইলেক্‌চন শেষ হোৱাৰ দিনা নিশ্চিন্তমনে ভাত খাব পাৰিম ।

হেড্‌মিষ্ট্ৰেছ ভিতৰলৈ সোমাই গ'ল ।

বুঢ়াই কিন্তু প্ৰস্তাৱটো আঁকোৰগোজকৈ সমৰ্থন কৰিলে, "সেইদিনাই হ'লেও খাব লাগিব বোপা, নাখালে বেয়া পাম । এ-এ খাবা দেই ।"

তাৰ পিছত আকৌ ভিতৰৰ ফালে চাই বুঢ়াই চিঞৰিলে, "মাইচেনা, এওঁ পৰহিলৈ খাব দেই, শুনিছা নে ? অ, আৰু অহল্যাই কি কৰিছে ? মায়া শুলে নে ? বুজিছা বোপা,

অহল্যাৰ চাহকাপ খাবা, মাইচেনাই মোৰ জোখত কৰিব নাজানে । মই অৱশ্যে পুৱা-সন্ধ্যা দুকাপ চাহেই খাওঁ । চাহাবৱিলাক গ'ল, কিন্তু তোমালোকে মোক দেশদ্ৰোহী বুলিলেও, জেলত দিলেও, এটা কথা এশবাৰ কম যে ইংৰাজৰ শাসন ভাল আছিল। বহুত চাহাবৰ তলত টাইপিষ্টৰপৰা হেড্‌ক্লাৰ্কলৈকে কাম কৰি অৱসৰ ল'লোঁ। সিহঁত অকৃতজ্ঞ নহয়, সিহঁতে গুণীৰ গুণ বুজে। কিন্তু আজিকালি স্বাধীন হোৱাৰ এই কেইবছৰৰ ভিতৰতে দেখিছা নে কিমান অনীতি-দুৰ্নীতি হৈছে হু মেট্ৰিক দিব খোজা ল'ৰা এটাই ইংৰাজী বাক্য এটা শুদ্ধকৈ লেখিব বা ক'ব নাজানে । কিন্তু ফিটাহি মাৰিবৰ বেলিকা, ওস্তাদ, বি-এ পঢ়া, এম-এ পঢ়া ল'ৰা নে হাইস্কুলৰ ল'ৰা ধৰিবই নোৱাৰি । হওঁতে বোপা, স্কুল, কলেজ বাঢ়িছে । বি.এ, এম.এও ওলাইছে, কিন্তু শিক্ষিতবিলাকৰ মাজত নৈতিক চৰিত্ৰহীনতা দিনে দিনে বৃদ্ধি পাইছে । আগেয়ে গাওঁ ভুঁইবিলাকেই পবিত্ৰ হৈ আছিল, আজি-কালি মদ নহ'লে গাঁৱত নাম গোৱা, সেৱা এটাও নহয় । আগৰ মানুহৰ ধৰ্মৰ ভয়, ঈশ্বৰৰ ভয় আছিল, মহাপুৰুষসকলৰ কৃপাত আমাৰ দেশখন পবিত্ৰ হৈয়ে আছিল। আজিকালি গাঁও ভুঁইৰ মাজতো, শিক্ষিতৰ মাজতো যিবিলাক ব্যভিচাৰৰ ঘটনা ঘটিবলৈ লৈছে— হৰি, হৰি, ভগবান ঐ, জানিবা বোপা, মানুহে যেতিয়ালৈকে নৈতিক চৰিত্ৰ সংশোধন নকৰে, তেতিয়ালৈকে মানুহ জাতিৰ শান্তি নহ'ব । দেখা নাই নে কিমান নতুন নতুন বেমাৰ, যুদ্ধ, দুৰ্ঘটনা, কটা-মৰাৰ খবৰহে দিনৌ বাতৰি-কাকত, ৰেডিঅ'ত শুনিবলৈ পাবা । পৃথিৱীত সেয়েহে দুৰাৰোগ্য বেমাৰবিলাক ওলাইছে ।"

হেড্‌মিষ্ট্ৰেছে চাহ একাপ লৈ নিজেই সোমাই আহিল । নতুন চাহৰ মলমলীয়া গোন্ধ কাপটোৰ পৰা ধোঁৱাৰ লগে লগে ওলাই আগতে মোৰ নাকত লাগিলহি । মই কাপটো ল'বলৈ গৈ বুঢ়াই নেদেখাকৈ তেখেতলৈ চাই আগৰ দৰে অৰ্থপূৰ্ণ নীৰৱ হাঁহি এটা মাৰিলোঁ । তেখেতেও হাঁহিবলৈ গৈ বুঢ়াই মুখ দণ্ডাৰ দৰে দেখি ঠাইতে হাঁহিটো চেপি ধৰিলে ।

মই চাহকাপ হাতত লৈ তেখেতক ধন্যবাদ দিলোঁ আৰু বন্ধা-বঢ়া সম্পৰ্কে সুধিলোঁ। তেখেতেও ৰন্ধা-বঢ়া আগবাঢ়িছে বুলি কৈ আকৌ পাকঘৰলৈ গুচি গ'ল । মই চাহত সোহা এটা মাৰি বুঢ়াক উদ্দেশ্য কৰি ক'লোঁ, "নৈতিক অৱনতি জানো আপুনি বুজোৱামতে অকল যৌন ব্যভিচাৰকে বুজায় ? ভেজাল দিয়া, ঘোচ খোৱা, ৰাজহুৱা ধন-বস্তুৰ অপব্যৱহাৰ কৰা, এইবিলাকো জানো নপৰে ?"

"নহয়, নহয়, মই কেতিয়াও কোৱা নাই নপৰে বুলি ।" বুঢ়াই প্ৰতিবাদৰ সুৰত মুখ জোকাৰি চিএৰি উঠিল ঃ "এই সকলোবিলাক পৰে । কিন্তু যৌন-অনৈতিকতা প্ৰধান বোপা, ই সকলো মানুহৰ জীৱনলৈ আহিব পাৰে । বাকীবিলাক সকলোৰে ক্ষেত্ৰত

নহ'বও পাৰে। ইয়াৰ লগত অৰ্থাৎ যৌন নৈতিকতাৰ লগত এটা জীৱনধাৰাৰ সম্পৰ্ক, বংশানুক্ৰমিক, পুলিয়ে-পোখাই তেজে তেজে ইয়াৰ বোগ যাব । মই সেই কাৰণে আজিৰ যুগতো বংশ গৌৰবক প্ৰধানকৈ ঠাই দিওঁ, এইবিলাক জাতি কুলৰ গৌৰব মিছা। পৰিয়াল বংশহে সঁচা । যৌন অপৰাধৰ কেতিয়াও মুক্তি নাই, তাৰ ফল ভোগ কৰিবই লাগিব । তুমি বা তোমালোকে এইবিলাক কথা আমাৰ দৰে কম শিক্ষাৰ মানুহৰ কথা বুলি উৰুৱাই দিবা । কিন্তু পুৰাণ, ৰামায়ণ, মহাভাৰত যেনি চোৱা, তাতো এইবিলাক দেখুৱাই কৈছে, মানুহলৈ সাৱধান বাণী শুনাই গৈছে, এই ৰামায়ণতে চোৱা, অহল্যাৰ কাহিনীটো তুমি জানাই নহয় ?"

মই তৎক্ষণাৎ মূৰটো জোকাৰি 'জানো জানো' বুলি কৈ উঠিলোঁ । এতিয়া আৰু মোৰ অহল্যাৰ কাহিনী শুনিবলৈ ধৈৰ্য্য নাই । কিন্তু বুঢ়াজনৰ উৎসাহৰ সোঁতত যেন বাধা পৰিল। তেওঁ মোক অহল্যাৰ কাহিনী শুনাবলৈ প্ৰস্তুত হৈ আছিল, এতিয়া যেন হতাশ হ'ল । মই অবশ্যে একো নাজানো অহল্যাৰ কাহিনী । বুঢ়াই তৎক্ষণাৎ নিজৰ মনৰ হতাশ ভাব সংযত কৰি আকৌ হেৰোৱা উছাহেৰে কৈ গ'ল, "চোৱা তেনেহ'লে, অহল্যাৰ গাত দোষ নাছিল, তথাপি অহল্যাই ঋষিৰ শাপ ভোগ কৰিলে। কৰ্মফল ভুগিবই লাগিব। তেহে মুক্তি । আৰু ইন্দ্ৰই ভোগ কৰিলে পাপৰ ফল । সহস্ৰলোচন হ'ল । অহল্যাই হিন্দী ৰামায়ণৰ পৰা তোমাক পঢ়ি শুনালে ইমান মধুৰ লাগে, ইমান দুখ লাগে"— তাৰ পিছত হঠাৎ ভিতৰলৈ চাই, "অ' মাইচেনা, মাইচেনা, আইজনীক মাতি দিয়াচোন।"

ঘড়ীলৈ চালোঁ, ৰাতি ৯ বাজিল । মই ক'লোঁ, আন এসময়ত লাগিলে ৰামায়ণৰ কথা শুনিম। এতিয়া অহল্যায়ো চাগৈ ৰন্ধা-বঢ়া বা মায়াক খুউৱাত ব্যস্ত ।

"ওঁ নালাগে, নালাগে, হয় কথাটো ঠিকেই কৈছা" বুলি বুঢ়াই আকৌ ভিতৰৰ ফালে চাই ক'লে, "অ' নালাগে দিয়া আজি, অইন এদিনা ।"

কিন্তু এইবাৰ বুঢ়াই মুখখন গহীন কৰি বহুত আঁতৰালৈ চাই থাকিল ।

মই মাজে মাজে জুইৰ ওচৰত থকা চলিখৰি দুই-এডাল ইমান সময় জাপি দি আছিলোঁ । মাজে মাজে বাইজনীয়েও দুই-এডাল গাঁঠি-খৰি আনি জুইকুৰা ঠিক-ঠাক কৰি দি গৈছিল। এতিয়া জুইকুৰা কমি যোৱাত মই বাঁহখৰি এডালেৰে আকৌ ভালকৈ লৰাই দিলোঁ । খৰিডালৰ খোঁচ খাই অসংখ্য বঙা বঙা ফিৰিঙতি জাকে জাকে ওপৰলৈ উঠি আহিল । ধোঁৱা এজাক আহি মোৰ চকুহাল জলকীয়াৰ দৰে পুৰি পানী উলিয়াই দিলে। তাৰ পিছত নিজে নিজেই অৰ্থাৎ মই ফু নমৰাকৈয়ে বাঁহখৰিডাল ভমক কৰে জ্বলি উঠিল ।

বুঢ়াই যেন চেতন পালে । অলপ সময় নিজেই নিজক কোবাদি, তাৰ পিছত মোলৈ চাই কৈ গ'ল, "তুমিতো শুনিছাই, আজি ছ'বছৰৰ আগৰ কথা । মোৰে বংশৰ ছোৱালীজনী, নিজৰেই বোলাচোন, কি ঘটনাটো হৈ গ'ল । নিজৰ স্কুলৰ মাষ্টৰ, শিক্ষিত বি.এ. পাছ, তাই এজনী সৰু ছোৱালী, নাইনত পঢ়ে, সি ঠগি থৈ এম. এ. পঢ়িবলৈ যোৱাৰ ছলতে পলাল । তাই সৰু ছোৱালী, কি কৰিব, কাকো নজনাই এদিন পিছফালে বাঁহতলত ডিঙিত খোৰোচা লগাই মৰিল।"

মই অৱশ্যে ঘটনাটোৰ বিষয়ে একো শুনা নাছিলোঁ । বুঢ়াই কোৱাৰ ভঙ্গিত এনে এটা শক্তি আছিল যেন সঁচা-সঁচিকৈ ছোৱালীজনী মোৰ চকুৰ আগত ওলমি থকা দেখিলোঁ। মই লৰালৰিকৈ জুইকুৰা জ্বলাই দিলোঁ আৰু এজাক ফিৰিঙতি ওপৰলৈ উৰা মাৰিলে । লগে লগে জুইকুৰা ভমক কৰে জ্বলি উঠিল ।

মই ঘটনাটোৰ বিষয়ে বুঢ়াক কিবা এটা সুধিবলৈ ধৰোঁতেই অহল্যা হাতত চাকি এটা লৈ থিয় হ'লহি ।

"দেউতা, মোক বোলে মাতি পঠিয়াইছিল ?"

"অ' অ' মাতিছিলোঁ আইজনী, পিছে বোপাৰো সময় হ'ল। মই বোলো ৰামায়ণৰ কাহিনী এটা পঢ়ি শুনোৱা, বা বৰগীত এটাকে গোৱা। মায়া শুলে নে ?"

"হয়, তাইক ভাত দিয়া নাই, ৰুটী খুৱাই শুৱালোঁ ।" অহল্যাই ফু মাৰি চাকিটো নুমাই বেৰৰ কাষতে থ'লে । কাষত জ্বলি থকা লেমটোৰ ফিতাডাল অলপ লৰচৰ কৰি দি জ্বলাই দিলে ।

"বাৰু যোৱা এতিয়া, কাইলৈকে গাবা, মোৰ খাবৰ হ'ল নে ? মোৰ বোপা ৰাতি ৰুটিহে খোৱাৰ ব্যৱস্থা ।"

অহল্যাই নুমুৱা চাকিটো তুলি লৈ ভিতৰৰ ফালে সোমাই গ'ল । মই ক'লোঁ, "অহল্যা, তেখেতক মাতি দিয়া, ময়ো খাওঁ ।"

বুঢ়াই গুণগুণাই বৰগীত এফাকি গাই উঠিল ।

"বৰগীত আপোনাৰ মুখতহে শুনিবলৈ মন গৈছে। আপোনাৰ মাততো ইমান ভাল । মই অৱশ্যে আন্তৰিকতাৰেই কৈ উঠিলোঁ ।"

বুঢ়ায়ো ঠিক লগে লগেই বৰগীতৰ বিষয়ে কিবা ক'বলৈ ইচ্ছা কৰিছিল । হঠাৎ মোৰ প্ৰশংসা শুনি ক'লে , "হেঃ এ নহয়, বোপা, মই তাল-মান নাজানো, মোৰ আইজনীহঁতৰা শিকা । তাই বৰ ভাল ছোৱালী । ঈশ্বৰে কিয় তাইক দুখ দিলে, ওঁ, পূৰ্বজন্মৰেই কিবা এটা ফল ।"

বুঢ়াই গুণগুণাই থকা বৰগীতটোৰ দুটামান শাৰীৰ কথাখিনি ডাক্তৰক কৈ গ'ল।

"মোকে দেখিওনা কেনে অ'হে জগন্নাথ
মই বৰ পাপেৰ পাপী......
.... আপোন ইচ্ছায়ে পাপ আচৰিয়া
বেঢ়াইলো মনন্ত ৰঙে ..... "

"বুঢ়া হৈছোঁ নহয় বোপা, মনত নাথাকে কথাবোৰ ।আইজনীৰ কিন্তু ইমান মনত থাকে ।"

হেড্‌মিষ্ট্ৰেছ আৰু অহল্যা আকৌ ভিতৰৰ পৰা ওলাই আহিল । মই লগে লগে ঘপকৰে থিয় হ'লোঁ ।

অস্পষ্ট আন্ধাৰতো যেন হেড্‌মিষ্ট্ৰেছৰ চকুৰ আৎপৰ্কপূৰ্ণ হাঁহিটো দেখিবলৈ পাইছোঁ।

চাকিটো এহাতে অলপ সাৱধানে দাঙি ওলাই আহি অহল্যাৰ মুখখনত চাকিৰ পোহৰ পকোৱা-পকি পোহৰ আৰু ধোঁৱাৰ কিতা এডালে একোবাৰ সামান্য ধোঁৱাময়, একোবাৰ মৃদুভাৱে উজ্জ্বল কৰি তুলিছিল ।

মই বৰ আন্তৰিকতাৰে সকলোৰেপৰা বিদায় লৈ একেবাৰে পদূলিত গৈ স্বস্তিৰ উশাহ এটা ল'লোঁ । এটা মূল্যবান সন্ধিয়া কি যন্ত্ৰণাত কটাই দিব লগা হ'ল । অহল্যাৰ লগত কিমান কথা পাতিবলৈ থাকি গ'ল ।এই বুঢ়ায়ে যেন সকলো নষ্ট কৰিলে। কিন্তু বুঢ়াজনৰ নামটো কি, উপাধি কি, একো জানিব নোৱাৰিলোঁ । কোৱাকুৰিকৈ গাঁৱৰ ফালে আগবাঢ়িলোঁ ।ৰাতি ৯ বাজি গ'ল । গাঁৱৰ মানুহ দিনটোৰ ভাগৰত শুই নিঃপালি দিছে। এই আন্ধাৰ ৰাতি, জেপত যদিও টৰ্চটো আছে, তথাপি অকলে অকলে যাবলৈ মোৰ যেন ভয় লাগি গ'ল ।বাটৰ কাষৰ কল গছ, বাঁহ একোজোপা, বা কেতুৰি এডৰাই আন্ধাৰৰ মাজত নানা ৰূপ লৈ থিয় হৈ আছে ।

অহল্যাই তেনেহ'লে বিয়া নকৰালে । সেই কাৰণেই ইমান চৰ্চৰণি থাকে নে ? মই যেন তাহানি শুনিছিলোঁ অহল্যাৰ ক'ৰবাত বিয়া হোৱাৰ কথা ।অহল্যাক ছোৱালীৰ মাক হোৱা ধৰণে কোৱা কথাষাৰ মোৰ কাৰণে মূৰ্খামিৰ পৰিচায়ক হ'ল । ল'ৰা-ছোৱালীৰ মাকবিলাকক, কিয় বাপেক বিলাককো, বিয়া নাই কৰোৱা যেন দেখি বুলিলে আনন্দ পায় । যেন যমক ফাকি দিব পাৰিছে, যেন নিজে ডেকা-গাভৰু হৈয়ে আছে আৰু অহল্যাৰ যৌৱন এতিয়াও সম্পূৰ্ণ, এতিয়াও ভৰপূৰ । অহল্যাই বিয়া কৰাব লাগিছিল। মইতো অহল্যাক সকলো বুজাই কৈছিলোঁ ।সন্মুখৰ ফালে দুটা জলি থকা উজ্জ্বল বস্তু দেখি বুকুখন ধৰফৰাই উঠিল ।এতিয়া যদি বাঘ এটা আগতে ওলায়হি,

বাঃ বাঃ, শিয়ালৰ চকুও ইমান জ্বলে নে ? পিছফালে অলপ আঁতৰত দুই-এটা মানুহৰ মাত-কথা আৰু খোলৰ টুং-টাং মাত শুনি মনলৈ সাহ আহি গ'ল । মানুহ তেনেহ'লে একেবাৰেই শোৱা নাই ? হয়তো ক'ৰবাত ভাওনাৰ আখৰা কৰি উভতি আহিছে । দিনৰ ইমান হাড়ভঙা কামৰ পাছতো ৰাতি ইমান দেৰিলৈকে নামঘৰত ভাওনাৰ আখৰা কৰিব পৰা উদ্যম, শক্তি এই মানুহবিলাকে হেৰুৱাই পেলোৱা নাই । কিন্তু এই গাঁওবিলাকৰ এই জীৱনীশক্তি আৰু কিমান দিনলৈ থাকিব ? সভ্যতাৰ বা-মাৰলী ঘূৰি ঘূৰি আহি এই গাঁৱৰ কাষ পাইছেহি ।

আলিটোৰ এটা মেৰ পালোঁহি । সেইখিনিতে আলিটোৰ দুয়োপাৰে মানুহৰ ঘৰ-বাৰী নাই । পাছফালৰ মানুহবিলাকৰ মাত আৰু খোলৰ টুং-টাং শব্দ নুশুনা হ'লোঁ। বোধহয় মানুহবিলাক নিজৰ পদূলিয়ে পদূলিয়ে সোমাই পৰিল । কিবা এটা ভয়ত মোৰ দেহৰ গোটেই সিৰবিাক কোঁচ খাই আহিল । এই যে আলিৰ কাষৰ মুকলি ঠাইত থিয় হৈ আছে বাঁহজোপা, তাত যেন কি এটা জ্বৰজৰাই উঠিছে । বাঁহৰ আগ এটা তললৈ হালি আহিছে । সেই বুঢ়াই কোৱা ছোৱালীজনী যেন ডিঙিত ফাঁচ লগাই তাতে ওলমি আছে। মই ক'ব নোৱাৰাকৈয়ে মোৰ খোজবিলাক খৰ হৈ উঠিছিল । আচৰিত, এয়া মই ক'ব নোৱাৰাকৈ লৰিবলৈ আৰম্ভ কৰিলোঁ । এই ছুট টাই আৰু চিক্‌চিকীয়া পইন্টেড হাফ-ছু পিন্ধা কাল্‌চাৰড, শিক্ষিত প্ৰিজাইডিং অফিচাৰ মানুহজনে ভয়ত লৰিবলৈ আৰম্ভ কৰি দিলে । ঠিক সেই সময়ত মোৰ মনত এক অদ্ভুত ভাবৰ সৃষ্টি হ'ল । মোৰ এনেকুৱা মানসিক অৱস্থা আগেয়ে কেতিয়াও হোৱা মনত নপৰে আৰু কাবো হোৱা বুলি নাজানো । মোৰ ভাব হ'ল, এজনী কোমল বয়সীয়া, কেতিয়াবাই আত্মহত্যা কৰা ছোৱালীৰ ভয়ত, গাঁৱৰ নিজান বাটত আন্ধাৰ ৰাতি বিজন মানুহ মোৰ আগে আগে লৰ মাৰিলে, সেইজন মানুহ যেন মইনহয় । এয়া যেন মই লাহে লাহে, সহজভাৱেই খোজকাঢ়ি গৈ আছোঁ । মই যেন তেওঁক হাঁহি হাঁহি চিঞৰিছোঁ, 'ৰ'বা হে পলাইছা কিয় ? মানুহ জানো ভূতৰ হাতৰ পৰা পলাই সাৰিব পাৰে ? মানুহে নিজক এৰি কেতিয়াও পলাব নাপায় হে, বুজিছা ?"

একেলাৰে বহুখিনি অহাৰ পিছত আকৌ মানুহৰ ঘৰ দেখি সাহ আহিল । আন্ধাৰত মানুহৰ মানুহতকৈ ডাঙৰ আশ্ৰয় একোৱেই নাই । কিন্তু এইবাৰ তাতোকৈ ডাঙৰ বিপদ এটা আহিল, মই লৰি যোৱাত জোতাৰ শব্দ শুনিয়েই, বা বাটত মোক অফলশৰীয়া দেখি, পদূলিয়ে পদূলিয়ে বহুত কুকুৰে ভৌভৌৱাই মোক খেদি আহিল । উপস্থিত বুদ্ধিৰে মই বাটৰ কাষত ফালি থোৱা জেওৰাৰ দ'ম এটাৰ পৰা জোও নকৰা জেওৰা এডাল তুলি ল'লোঁ । শূন্যতে সেইডাল কোবাই কোবাই আগবাঢ়িলোঁ ।

কেম্পত দেখিলোঁ ৰাজখোৱা আৰু পোলিং অফিচাৰকিজন ব্ৰীজত মগ্ন। মোক দেখি সকলোৱে চিঞৰি উঠিল। ৰাজখোৱাই অলপ অভিমানেৰেই ক'লে, "কিহে কাকতি, বৰ আচৰিত মানুহ আপুনি ।"

"ৰ'ব, আজি কুকুৰৰ কামোৰত প্ৰাণ যায় । আৰু গাঁওবিলাকত সঁচাকৈয়ে ভূত থাকেহে ৰাজখোৱা, আপুনি বিশ্বাস কৰে নে ?"

"ভূত মানে স্পিৰিট ? টাউনতো থাকে দেখোন । মই সদায় দেখোঁ ।" বুলি ৰাজখোৱাই ৰসিকতা কৰি খেল সামৰিলে। আমি খাই বৈ শোৱাৰ আয়োজন কৰিলোঁ, ৰাজখোৱাই দুৱাৰখন মাৰি লৈ বাকচ খুলিবলৈ আৰম্ভ কৰাত অলপ কৌতূহল হ'ল । হুইস্কিৰ বটল এটা উলিয়াই ৰাজখোৱাই টেবুলৰ ওপৰত থ'লে ।

"এয়েই স্পিৰিট কাকতি, আপোনাৰ অভ্যাস আছে নে নাই ? মই স্পিৰিট বিশ্বাস কৰোঁ।" ৰাজখোৱাই স্থূলভাৱে হাঁহিলে ।

মই শুবলৈ লৈ উঠি বহিলোঁ । তাকেইতো মই বিচাৰি আছিলোঁ । অভ্যাসৰ কথা। তাহানি হাইস্কুলত পঢ়োঁতে কচুপাতত 'ফুলি' খোৱাৰ অভ্যাস আছে ।

দুয়ো পানী খোৱা গিলাচৰ পানী পেলাই লাহে লাহে এঢোক-দুঢোক হুইস্কি পান কৰিবলৈ ধৰিলোঁ । ৰাজখোৱা সঁচাকৈয়ে ভোগী মানুহ ।

"আজি সঁচাকৈয়ে ভূত দেখিছিলোঁ ৰাজখোৱা । বুঢ়াজনে কথাবিলাক এনে দকৈ কৈছিল, মানে ইমান পৰিষ্কাৰকৈ, মানে ক্ৰিয়াৰলি, মই সঁচা-সঁচিকৈ এজনী ছোৱালী চকুৰ আগত দেখা যেন পালোঁ ।"

"কোন বুঢ়াজন ?"

"নক'ব, গোলাপ বিচাৰোঁতে কাইট পোৱাৰ নিচিনা কথা ।"

"ক'ৰ গোলাপ ?"

"এঃ কৈছোঁ সাহিত্য লগাই । অহল্যাৰ পিছে পিছে গৈ বাঘ এটা পোৱা হ'লেও ভাল আছিল, পালোঁ বুঢ়াক । উস্ কি যে ধৰ্মৰ কাহিনী । কথাৰ ইঞ্জিন । এবাৰ কয়, ইংৰাজী পঢ়ি বেয়া হ'ল । এবাৰ কয়, ইংৰাজৰ শাসন ভাল আছিল । এবাৰ গায় বৰগীত।"

"সেইটো মাৰাত্মক । গোলাপ ছিঙিব পাৰিসে নে নাই ? আপোনাৰ লগত অলপ প্ৰেমৰ অভিনয় কৰা যেন লাগিছিল অথনি । বিপুল দাদা বোলা শুনিলোঁ । আজি-কালি অৱশ্যে "দাদ-ভনীৰ" সংখ্যা বেছি হৈ গৈছে ।"

"দাদা মানে তেনেকুৱাই । তেজৰ সম্পৰ্ক নাই । কিন্তু দেউতাকৰ এক্সিডেণ্টত মই তেজ দিছিলোঁ ।"

"তেনেহ'লে আৰু কি লাগে ? আজি-কালি নাটক-নভেলত তাতকৈয়ো সহজে চিনাকি হয় । বেছ ড্ৰামাটিক্‌তো হু তাৰ পাছত 'ভালোবাসা মোৰে ভিখাৰী কৰেছে, তোমাৰে কৰেছে ৰাণী ?"

"বিপৰীতটোহে হ'ল । মই শ্বিলং পাই চৰকাৰী অফিচাৰ হ'লোঁ । অৰ্থাৎ 'ভালোবাসা মোৰে ৰাজা কৰেছে আৰু তোমাৰে কৰেছে ভিখাৰিণী' হ'ব ।"

"কিয় ? বিয়া নহ'ল হ'বলা ? ছোৱালীজনীনো কাৰ ?"

"ময়ো তাকে ভাবি নোপোৱা ভুল এটা কৰিছিলোঁ, বিয়া নাই হোৱা বোলে। ছোৱালীজনী বাইদেৱেকৰ ।"

"সেইটোনো কেনেকৈ সম্ভব ? মই যোৱা ৬।৭ বছৰৰ কথা একো নাজানো। তাহানি কৈছিলোঁ, আমাৰ তেজৰ সম্পৰ্ক হ'ল যেতিয়া, তেওঁ মোৰ ভনীৰ নিচিনা।"

"ওঁ, সেইটোতো সকলোৱে কয় । কিন্তু আপুনি কেৱলানন্দ ব্ৰহ্মচাৰী হৈ আছিল বুলি মোৰ বিশ্বাস নহয় । আপোনাৰ চেহেৰাত সেই চিন নাই ।"

"আহা হু কোনে ক'লে আপোনাক মই কেৱলানন্দ বুলি ? আজি-কালি কেৱলানন্দবিলাকেই বেছি ভোগানন্দ । ১৯৪৪ চনত এটম বোমা পৰি যুদ্ধখনেই শেষ হোৱা নাছিল, বহুত ঠিকাদাৰো শেষ হৈ গৈছিল। অহল্যাৰ দেউতাকৰ জীপ এক্সিডেণ্টেই নহয়, প্ৰায় সৰ্বস্বান্ত । ঠিকা বন্ধ হৈ গ'ল । আগৰ বিলবিলাক বন্ধ, সৰ্বস্বান্ত। কিন্তু শ্বিলঙৰ ছেক্ৰেটাৰিয়েটত সোমাবলৈ যোৱা মোক যিজনৰ চকুত পৰিল সেইজনৰ ধন আছে, পাবাৰ আছে । তেওঁ চৰকাৰী অফিচাৰৰ চাকৰি দিয়াব পাৰে; স্বাধীন যুগত তেওঁৰ পাৱাৰ আৰু বাঢ়িল । এতিয়া মোক প্ৰমোচন দিয়াব পাৰে । শ্বিলঙত মাটি, গুৱাহাটীত মাটি, ঘৰ এই সকলো দিব পাৰে ।"

"আপুনি কবিতা, গান সকলো মুখস্থ মাতিব পাৰে । মোৰ বুজিছে নে সেইবিলাক একো মনত নাথাকে আৰু ভালো নাপাওঁ ।"

"আজিয়ে নহয়, কি বিপদত পৰিছিলোঁ । ক'ৰ কচ নামৰ দেৱতা এটাই কোনোবা ডঢ়ীয়া মুনি এটাৰ পেটত সোমাই আকৌ জন্ম পালে । ক'ৰ অহল্যা নামৰ ঋষিৰ ঘৈণীয়েক এজনীৰ ইন্দ্ৰই সতীত্ব হৰণ কৰি সহস্ৰলোচন হ'ল ।এইবিলাক বুঢ়াৰ কথা ।"

হাঃ হাঃ বুলি চিএৰি হাঁহিলে ৰাজখোৱাই । শেষটোক হুইস্কি ডিঙিত ৰাকি দি ক'লে, "এইবিলাক গাজাখুৰি কথা পুৰণি ধৰ্মৰ কিতাপবিলাকত ভৰি আছে ।"

"অহল্যা বোলে শাপত শিলা হ'ল আৰু ইন্দ্ৰ সহস্ৰলোচন হ'ল ।"

"লোচন মানে ?"

"চকু ।"

"ভালহে মানুহৰ যিমান চকু হয় সিমানে বহুত চাব পাৰি একেলগে ।"

আমি দুয়ো যেন সেই সময়ত তাহানিৰ কলেজৰ ছাত্ৰ হৈ পৰিলোঁ । হুইস্কিৰ বটলটোৱে দুয়োকো দুয়োৰে ওচৰ চপাই আনিলে। তাহানি কলেজত আমি, অৰ্থাৎ মোৰ নিচিনা ল'ৰাবিলাকে সোনকালেই দল পকাই পেলাইছিলোঁ । মুকলিভাৱে মুখৰোচক যৌন আলোচনা, নানা সজোৱা আৰু সঁচা কাহিনী, কোনে কিমানক ভাল পাব পাৰিছে, কোনে কেইপেগ হজম কৰিব পাৰে, এইবিলাকেই আছিল আমাৰ আলোচনা । আমাক দলবিলাকক প্ৰফেছাৰেও ভয় কৰে, বাটত পালে মাতে, পৰীক্ষাত পাছ কৰি দিয়ে। যিবিলাক ল'ৰাই আমাৰ লগত মিলিব নোৱাৰে, আমাক সমীহ কৰি ফুৰে । অথলা সাজ পিন্ধা মাহি-মুহা ল'ৰাবিলাকক আমি কটেজ ইণ্ডাষ্ট্ৰি প্ৰডাক্ট নাম দিছিলোঁ । ছোৱালীবিলাকে আমাক বাঘৰ সমান ভয় কৰিছিল । আমাৰ অত্যাচাৰবিলাক সহ্য কৰি আছিল, কিন্তু প্ৰফেছাৰক লগাবলৈ সাহ নাছিল ....

আমাৰ দুয়োৰো মনলৈ পুৰণি দিনবিলাকৰ আমেজ আহিবলৈ ধৰিলে। গাটো যেন প্লাষ্টিকৰ সোনাৰ দৰে লঘু হৈ পৰিলে, ইয়াত যিমান বস্তু ভৰোৱা যায়, কেতিয়াও গধুৰ নহ'ব ।

ৰাজখোৱাই মিক্‌চাৰ এটা পকাই লৈ সোপৰ ভাগত সোমাল ।

"আপুনি বাৰু প্ৰেম বিশ্বাস কৰে নে ৰাজখোৱা ? আৰু কৰ্মফল ?

"প্ৰেম ? কৰোঁতে ? কিয় নকৰো ?" — প্ৰেমৰ হাঁহিত আমেজ লগাই ৰাজখোৱাই কৈ গ'ল, "প্ৰেমত ঘূৰিছে ভূমণ্ডল, প্ৰেমত ফুলিছে শতদল ।"

"তেনেহ'লে আপোনাৰ বিবাহ প্ৰেমঘটিত ? আপুনি নিশ্চয় বৰ সুখী ।"

"তাৰ মানে ? প্ৰেম আৰু বিয়া দুটা বস্তু, আপুনি সানি পেলাইছে কেলৈ ? বিয়া পাতিলে আই-বোপায়ে, প্ৰেম কৰিলোঁ নিজে ।"

"সেইটো আকৌ কি কথা ? তেনেহ'লে মানুহ সুখী হ'ব কেনেকৈ ?" গাৰুৰ পৰা মূৰটো তুলি মই সুধিলোঁ ।

"সুখী হ'বলৈহে মানুহে বিয়া কৰায় নে ? সুখ বস্তুটো বিয়াৰ লগত যৌতুকৰ বস্তু হৈ আহে নেকি — ভাণ্ডৰ পালেখনৰ দৰে ?" ৰাজখোৱাই নুমাই যোৱা মিকচাৰটো

আকৌ জ্বলাই ল'লে ।

"তেনেহ'লে আপুনি যাক ভাল পাইছিল তেওঁৰ কি হ'ল ?"

"তেওঁৰো বিয়া হ'ল, বিধবা হ'ল।" অৰ্থপূৰ্ণভাৱে ৰাজখোৱাই হাঁহি দিলে।

মই যেন অৰ্থটো বুজিব পাৰি কৈ উঠিলোঁ, — "তেনেহ'লে পাপ হোৱা নাই জানো ? কৰ্মফল ভোগ নকৰিব নে ?"

"পাপ ? কৰ্মফল ? অ' বুঢ়াৰ পৰা দীক্ষা লৈ আহিল ? কিয়, দেৱতাৰ ৰজা ইন্দ্ৰইনো সেয়া কি কৰিছিল ? ইন্দ্ৰ যদি দেৱতা হৈ পূজা খাই থাকিব পাৰে, আমিনো মানুহ হৈ থাকিব নোৱাৰিম নে ?" — ৰাজখোৱাই লগে লগে লেম্পটো নুমুৱাই দিলে আৰু ক'লে, "কাকতি এইবাৰ শ্লিপ, বহুত ৰাতি হ'ল ।"

মই আৰু কিবা এটা সুধিব খুজিছিলোঁ; কিন্তু মাতটো বাহিৰ হৈ নোলাল ।

ৰাতিপুৱা নমান বজাত সাৰ পাই ধহ্মহ্কৈ উঠিলোঁ । কিন্তু পিছ মুহূৰ্ততে আশ্বস্ত হ'লোঁ, আজিতো ইলেক্‌চন নহয় । লৰালৰিকৈ মুখ ধুই চাহ একাপ খাই ল'লোঁ। মূৰটো গধুৰ গধুৰ লাগি আছিল, কালি বোধহয় বেছিকৈ খাইছিলোঁ । আজি আৰু হেড্‌মিষ্ট্ৰেছৰ ঘৰলৈ নাযাওঁ, কাইলৈ সময় নাপামেই, গতিকেই এই দুদিন যেনে-তেনে চলাই দিব পাৰিম। আকৌ বুঢ়াৰ লগত বহিব লগা হ'লে পাগল হৈ যাম ।

ৰাজখোৱা ৰাতিপুৱা চাহ খায়ে ওলাই গৈছে । মই চাহ খাই ডাঢ়ি খুৰাই সোনকালে গা ধুই পেলালোঁ । আজি সিবেলাৰ ভিতৰত বুথটো তৈয়াৰ কৰিব লাগিব, ওলোৱা বাট, সোমোৱা বাটৰ ভাগ কৰিব লাগিব, আৰু বেলট্ পোপৰবিলাকত ষ্টাম্প দিব লাগিব। বেলট্ পেপাৰত ষ্টাম্প দিয়াৰ কামখিনিকে অলপ কৰোঁ বুলি নিজেই বাহিৰলৈ টেবুল চকী টানি উলিয়াই ল'লোঁ। ৰাজখোৱাৰ লগত অহা পোলিং অফিচাৰ ল'ৰাজনক (নামটো নাজানো) ওচৰতে পাই ভিতৰৰ পৰা ডাঠ কাগজ এখন চাই আনিবলৈ অনুৰোধ কৰিলোঁ । ল'ৰাজনে বৰ আগ্ৰহেৰে কাগজখন আনি নিজে পেনটোত চিয়াঁহি বাকি সাজু কৰি দিলে ।

ল'ৰা মানুহ কাৰণে তুমি বুলি মাতিয়েই সুধিলোঁ, "তোমালোকৰ প্ৰিজাইডিং অফিচাৰ কলৈ গ'ল হে ?"

"তেখেতৰনো কি, নিশ্চয় হাঁহ-কুকুৰা বিচাৰি গৈছে । ঘৰতো তেখেত তেনেকুৱা, অফিচৰ সময়ত অফিচ, তাৰ বাহিৰে এনেয়ে ঘূৰিয়ে ফুৰে ।"

"অ' তুমি তেনেহ'লে তেওঁক ভালদৰে জানা ? মানুহজন কিন্তু হুলহুলীয়া, কথা পাতি ভাল লাগে । নহয় নে ?"

"হয় হ'ব।"

"তেওঁৰ ল'ৰা-ছোৱালী কেইটা ?" দুই এখন পেপাৰত ষ্টাম্প মাৰি মই সুধিলোঁ।"

ল'ৰাজনে উত্তৰ দিবলৈ গৈ খোনাবলৈ ধৰিলে। মই মুৰ দাঙি তেওঁলৈ চালোঁ। ল'ৰাজনে অলপ সময় মোৰ ফালে চাই ফুচফুচাই কোৱাদি ক'লে, "তেখেতৰ পাৰিবাৰিক জীৱন এটা হিষ্টৰি হ'ব। ক'বলৈও ভাল নালাগে।"

আন বিষয়ত মোৰ অনুসন্ধিৎসা কম যদিও লোকৰ ভিতৰৰ কথা জানিবলৈ আগ্ৰহ বেছি। কিমান মানুহৰ কিমান ঘৰৰ গোপন কথা মই জানো। মই ক'লো, "লোকৰ ভিতৰৰ কথা মই জানিব নোখোজোঁ। কোনোবাত যদি বাধা আছে।"

ল'ৰাজনে আকৌ খোকোজা লগাই ক'লে, "ভিতৰৰ কথা হৈ থকা নাই, সকলোৱে জানে ? কেনেকুৱা কথা। তেখেতে তিনিটা ল'ৰা-ছোৱালীৰে সৈতে ঘৈণীয়েকক এৰি আন এজনী বিধৱা মানুহৰ লগত, মানে ঠিক বিয়া হোৱা নাই, মানে সকলোৱে জানে আৰু।"

মই অবাক হৈ কিবা এটা ক'বলৈ মুখখন দাঙোতেই দেখিলোঁ, পদুলিয়েদি খটক-খটককৈ সোমাই আহিছে বুঢ়াজন। ঘড়ীলৈ চাওঁ ১১ বাজিছে। ল'ৰাজনক খৰখৰকৈ ক'লো যে মোৰ ভাত সোনকালে বাঢ়ি পিয়নটোৰ হতুৱাই মোক সোনকালে মতাই নিব লাগে।

তেওঁ গুচি গ'ল আৰু বুঢ়া দুৱাৰমুখ পালেহি।

'আহক, আহক' বুলি মই বৰ আগ্ৰহেৰে মাতি থিয় হৈ চকীখন আগবঢ়াই দিলোঁ।

বুঢ়াই বহিয়ে মোৰ মুখলৈ চাই দাবীৰ সুৰত ক'লে, "তুমি আজি পুৱাভাগত কিয় নগ'লা ? মই বাটলৈ চাই চাই নিজেই ওলাই আহিছোঁ।"

মই বৰ দুখিত সুৰত ক'লোঁ, "এই এতিয়া গুই উঠিলোঁ, ৰাতি শোৱা দেৰি হৈছিল, ইয়াতেই অৱশ্যে গা-পা ধোৱাৰ সুবিধা কৰিলোঁ, এটা দিনহে, কাইলৈ পুৰা ৭½ বজাৰ পৰাই ইলেক্চন।

"ইস্ ইস্ ইস্। মই বৰ বেয়া পালোঁ। মই আৰু' ভাবিলোঁ বুঢ়া মানুহৰ কথাত কিবা বেয়াই পালা নেকি ?"

"এঃ কিয় তেনেকৈ কৈছে ? তাৰ উপৰি আপোনাৰ ওচৰত ধৰ্মৰ কথাবিলাক শুনি মোৰ শুনি থাকিবৰ হেঁপাহ হৈছিল। সময় নাই, ৰাজহুৱা জঞ্জাল।"

"কোনে ক'লে মই তোমাক ধৰ্মৰ কথা কৈছিলোঁ বুলি ? মই কোনো কালেই

ধাৰ্মিক নাছিলোঁ আৰু এতিয়াও নহওঁ । নামঘৰ, মন্দিৰ, মচজিদলৈ গ'লেই মানুহ ধাৰ্মিক হয় নে ? শাস্ত্ৰৰ বচন আওৰালেই মানুহ পণ্ডিত, ধাৰ্মিক হয় নে ? মই কোৱা কথাবোৰ ধৰ্মৰ কথা নহয়, দেৱতাৰ কথাও নহয়, সেইবিলাক আমাৰ কথা, মানুহৰ কথা, আমাৰ জীৱনটোৰ কথা । তোমালোকে নাটক নপঢ়া, পঢ়া মানুহৰ কাৰণে অৱশ্যে কথা বেলেগ। পিছে বোপা, এই আজি-কালিৰ নাটক, নভেলবোৰ পঢ়ি কি পোৱা বুজিব নোৱাৰোঁ। আমি বুঢ়া মানুহ, শিক্ষা-দীক্ষা কম, সেই কাৰণেও হ'ব পাৰে ।"

"ডিগ্ৰী লোৱাটোকে শিক্ষা নোবোলে । আপোনালোক জীৱন-পঢ়াশালিৰ ছাত্ৰ। অভিজ্ঞতাৰ শিক্ষাহে ডাঙৰ শিক্ষা," মই কেৱাহিকৈ পাছফালে এবাৰ চাই উত্তৰ দিলো।

বুঢ়াই আকৌ মনোযোগেৰে মোৰ ফালে অলপ সময় চাই ক'লে, "তোমাক বয়সতকৈ জ্ঞানী যেন পাইছোঁ, চাহ বাগানত চাহাবক তোষামোদ কৰিছিলোঁ, তুমি মোৰ মেনেজাৰ মেক্‌ৰণ বা হামফ্ৰে নোহোৱা নহয় । আজিকালি কিতাপত যিবোৰ কথা লিখে বাপেক, পুতেক, মাক-জীয়েক সকলোৱে পঢ়িবলৈ টান । লিখকবিলাকে সেইবিলাক কথা সঁচাকৈয়ে মাক-পুতেক-ভনীয়েকৰ আগত ক'ব পাৰিব নে ? আমাক আজিৰ শিক্ষাই এনেকুৱা সভ্য কৰিছে নে ?"

মই ক'লো যে মোৰ বৰকৈ বাহিৰা কিতাপ পঢ়াৰ অভ্যাস নাই, গতিকে ক'ব নোৱাৰিলোঁ । অৱশ্যে কিতাপ বিক্ৰী হ'ব লাগিব । মানুহে কিনাৰ কাৰণেও লিখিব পাৰে।

বুঢ়াই আকৌ গৰগৰাই উঠিল ঃ "সেইবুলি ধনৰ কাৰণে মানুহে নিজৰ জীয়েক-ভনীয়েককো বেচিব নেকি ?"

কিন্তু আজিৰ পৃথিবীত, আজিৰ এই অসম দেশত তাকো যে ঘটিব লাগিছে। নগৰীয়া জীৱন, দৰিদ্ৰতা, ফলছ ষ্টেণ্ডাৰ্ডৰ মোহ, এই সকলোবোৰে মানুহক তালৈকেতো লৈ গৈছে । তেনে কাহিনী কিমান মোৰ জনা আছে । বুঢ়াজনৰ আগত সেইবিলাক কথা ক'ব নোৱাৰি, গতিকে অলপ ধীৰ সুৰত ক'লোঁ, "আগৰ ধৰ্মৰ কিতাপবিলাকতো এনে বৰ্ণনা বা ঘটনাৰ কথা আছে । কালি আপুনিয়ে কৈছিল ইন্দ্ৰৰ সেই কাহিনীটো"— অহল্যাৰ নামটো বুঢ়াৰ আগত উচ্চাৰণ কৰিব নোৱাৰিলোঁ ।

বুঢ়াই উত্তেজিত হৈ টেবুলত ভুকু এটা মাৰি দিলে, "ননচেন্স, সেইবিলাক আদৰ্শ, মানুহৰ কাৰণে শিক্ষা, কামৰ ফলভোগ কৰিবই লাগিব, পাপৰ ফালৰপৰা কোনেও হাত সাৰিব নোৱাৰে, দেৱতায়ো নোৱাৰে। কিন্তু আজিৰ কিতাপবিলাকত আছে নে সেইটো ? ইন্দ্ৰৰ কি দুৰ্দশা হৈছিল ?"

অৱশেষত পিয়নটো আহিল । পেটে পেটে তাৰ ওপৰত খঙত জ্বলি উঠিছিলোঁ ।
"ছাৰ, ভাত বাঢ়িলো আহক ।"

"অ' হয় নেকি ? বাঢ়িলাই ? ছেঃ' বুলি নিৰুপায়ৰ দৰে বুঢ়াৰ মুখলৈ চালোঁ ।

"তোমাক ভাত দিছে নেকি ? খোৱা বোপা, খোৱা, তোমালোক চৰকাৰী লেঠাৰ মানুহ, বহুত কাম ।" বুঢ়াই জেপত হাত ভৰাই কিবা এটা খচমচ কৰিলে, কাগজৰ সৰু টোপোলা এটা উলিয়াই টেবুলৰ ওপৰত থৈ ক'লে, "কালি কি ভুল হ'ল, মাইচেনাই ছিঃ ছাঃকৈ আছে, তোমাক চাহপাতকিটা দিবলৈ নহ'ল । আজি পুৱা মই আইজনীৰ (অহল্যা) হতুৱাই পানী তপতাই বৈ থাকিলোঁ, তুমি নগ'লা । মই তাকে দিবলৈ এইখিনি পালোঁহি ।"

মোৰ যেন হঠাৎ চকু দুটা ফাটি পানী ওলাই আহিব খুজিলে । পৃথিৱীত এনেকুৱা সৰল অন্তৰৰ মানুহ আজিও আছে বুলি ভাবিবলৈ টান লাগি গ'ল । মোৰ নিজৰ লগত হঠাৎ তুলনা আহি গ'ল । মইতো কতক কত কথা ক'লো; কিন্তু কোবাৰ লাগে লগেই শেষ ।

(অহল্যাকো ? ওঁ নিশ্চয়, অহল্যাকো, অহল্যাকো নানা কথা কৈছিলোঁ । আমি হনিমুন কৰিম দাৰ্জিলিঙত, আমাৰ এখন সংসাৰ হ'ব । আমি সুখী হ'ম ) ।

বুঢ়াজন থিয় হ'ল, "তুমি কিন্তু পাৰিলে সন্ধিয়া যাবাহি । তাতে চাহ খাবা," তাৰ পিছত আকৌ দীঘল দীঘল খোজ পেলাই বুঢ়া গুচি গ'ল ।

ৰাজখোৱাক বুঢ়াজন অহাৰ কথা কৈছিলোঁ, কিন্তু কালি ৰাতি কোৱাৰ দৰে উপলুঙা কৰি নহয়, অন্তৰৰ গভীৰ শ্ৰদ্ধাৰে । ৰাজখোৱাই বিশেষ নামাতিলে, ক'লে— "চাহ দুকাপমান ভালকৈ খোৱা হ'ব যাহওক ।"

দুপৰীয়া বিছনাত এনেয়ে এবাগৰ দি চিগাৰেট হুপিবলৈ লাগিলোঁ । ৰাজখোৱাই পাঠশালা স্কুলৰ মাষ্টৰ দুজন বন্দবস্ত কৰিছে, এজন মোৰ কাৰণে । আজি এবাৰ বিহাৰ্চেললৈ আহিব ।

ৰাজখোৱাই পোলিং অফিচাৰ দুজন, পিয়নটো আৰু পুলিচটোক খবৰেদাকৈ পঠিয়াই দিলে, হেড্‌মিষ্ট্ৰেছৰ পৰা চাবিটো লৈ স্কুলত বুথটো সাজিবলৈ— কোনটো কমত কি কৰিব, তেওঁ আগতে তেওঁলোকক দেখুৱাইছিল । ৰাজখোৱাৰ বুথ সাজিব লাগিব বোলে ।

গাওঁবুঢ়াজনে আগদিনা মই নথকাত চাইকেলখন লৈ গৈছিল । এতিয়া আকৌ চাইকেল কোবাই ওলালহি । বাঁহ, হাজিৰা, ক'ত কি লাগিব খবৰ কৰিবলৈ ।

মই পিয়ন ল'ৰাটোক দি ক'লোঁ যে বাঁহ এটা কটাই তেওঁৰ হাতত দিলেই হ'ব। কিন্তু বেড্‌ক'ভাৰ দুখনমান পাবিলে যোগাৰ কৰি দিবলৈ ক'লোঁ ।

গাওঁবুঢ়াই ভাল বেড্‌ক'ভাৰ আনৰ ঘৰত নাপাব বুলি ক'লে, স্কুল মাষ্টৰণী বা হেড্‌মিষ্ট্ৰেছৰ ঘৰৰ পৰাই আনিব লাগিব । ৰাজখোৱাই হেড্‌মিষ্ট্ৰেছৰ বেড্‌ক'ভাৰ 'বুক' কৰি থৈছে বুলি মোক লগে লগে জনাই দিলে। মই গাওঁবুঢ়াৰ চাইকেলখন দি পুলিচটোক অহল্যালৈ কাগজৰ টুকুৰা এটাত একলম লিখি পঠিয়াই দিলোঁ । অহল্যাৰ বেড্‌ক'ভাৰখন খুজিছোঁ আৰু অহল্যাক বিহাৰ্চেললৈ সোনকালে মাতি পঠিয়াইছোঁ । মায়াকো লগতে আনিবলৈ নাপাহৰাৰ কথাও অৱশ্যে লিখিছোঁ ।

পোলিং অফিচাৰ দুজনক ষ্টাম্প মাৰিবলৈ লগাই দি গাওঁবুঢ়াৰ লগত পিয়নটোক পঠিয়াই দিলোঁ, দা এখনো দি পঠাবলৈ গাওঁবুঢ়াক চিঞৰি ক'লোঁ । অলপ পিছতে বাঁহ আহিল আৰু কটং কটংকৈ কটাৰ শব্দ বাহিৰত শুনিবলৈ পালোঁ । পোলিং অফিচাৰ এজনক জোখ-মাখ দি কিছুমান খুঁটি কটোৱাবলৈ আৰু বুথটোৰ কাৰণে দীঘল ভিনিচটা কামি কটাবলৈ ক'লোঁ ।

কামবিলাক ভাগে ভাগে বটাই দি অলপ মূৰটো পাতল পাতল যেন লাগিল। ৰাজখোৱাই বিছনাৰ পৰা জাঁপ মাৰি নামি লৰালৰিকৈ ড্ৰেছ কৰিলে। চুলিখিনিত পানী অলপ সানি ফণিয়াই ল'লে। তাৰ পিছত কোবাকুবিকৈ ওলাই গ'ল ।

কিন্তু মই চাহ একাপ খাই ল'ব নোৱাৰিলে কোনো কামতে লাগিব নোৱাৰোঁ। ষ্টাম্প মাৰি থকা পোলিং অফিচাৰজনক চাহৰ ব্যৱস্থাহে আগতে কৰি ল'ব লাগে বুলি তৃতীয় পুৰুষত কোৱাত তেওঁ যেনিবা নিজেই গৈ ষ্টভটো জ্বলাই পানী উঠাই দি আহিল।

আধাঘন্টামানৰ পিছত চাইকেলৰ আগত মায়াক বহুৱাই আৰু কেৰিয়াৰত বাতৰি কাকতেৰে মেৰুওৱা বেড্‌ক'ভাৰখন লৈ পুলিচটো ওলালহি ।

মায়াই ধুনীয়া ফ্ৰক এটা পিন্ধিছে । উজ্জ্বল হালধীয়া ৰঙৰ চিকুণ ফ্ৰক । ভৰিত বগা হাফ মোজা আৰু ক'লা ৰঙৰ জোতা, গাত এটা ডালিম ৰঙৰ হাত দীঘল বুকুফলা ছুৱেটাৰ, ছুৱেটাৰটোত উজ্জ্বল ৰঙৰ প্লাষ্টিকৰ বুতাম ।

"হো উইন্টাৰ কামছ্ কেন্ স্প্ৰিং বি ফাৰ বিহাইণ্ড"— তাহানিয়ে কলেজত ব্যাখ্যা লিখিবলৈ দিয়া ইংৰাজী কবিতাৰ লাইনটোৰে মোৰ বি.এ.ৰ ইংৰাজী পাঠ্যৰ একমাত্ৰ সম্বলৰূপে মনত আছিল । মায়াক দেখিয়েই লাইনটোলৈ মনত পৰি গ'ল । শীত আহিলে বসন্ত আহিবই, মায়া আহিল যেতিয়া অহল্যাও এই আহি পাব— ক'ব নোৱাৰোঁ কিমানদূৰ খাপখোৱা হৈছে— সেই অৰ্থতে লাইনটো মনলৈ আহিল ।

"এই যে মায়া আহি গ'ল, মই যে তোমালে কিমান বাট চাই আছোঁ হু আজি তোমাক ভোট দেখুৱাম নহয়" — মই উঠি গৈ মায়াক চাইকেলৰ পৰা নমাই মোৰ বিছনাখনলৈ হাতত ধৰি লৈ আহিলোঁ । বেড্‌ক'ভাৰৰ টোপোলাটো হাতত লৈ চাইকেলখন গাওঁবুঢ়াক দি পুলিচটোক বাকীবিলাকৰ লগতে বুথটো সজা আৰু আন কামবিলাক কৰিবলৈ নিৰ্দেশ দিলোঁ ।নতুনকৈ অহা অফিচাৰজনকো কামত সহায় কৰিবলৈ কৈ মই কাগজৰ নুৰাটো খুলি মোৰ বিছনাৰ ওপৰত বেড্‌ক'ভাৰখন আধামেলাকৈ পাৰি দিলোঁ ।

বেড্‌ক'ভাৰখনৰ উজ্জ্বল সোণালী ৰং আৰু গোটেই গাতে ম'ৰাচৰাইৰ পাখিৰ দৰে হুবহুকৈ চকা তোলা । বেছ দামী বেড্‌ক'ভাৰ আৰু বোধহয় ক'তো কেতিয়াও ব্যৱহাৰ কৰা নাই ।

"এ পিচ্ অব্ আৰ্ট অহল্যা," বুলি হঠাৎ মুখৰ পৰা ওলাই গ'ল। লৰালৰিকৈ মায়ালৈ চাই ক'লোঁ, "তোমাৰ মাহীটিৰ এইখন ধুনীয়া বেড্‌ক'ভাৰ, মানে বুজিছা মায়া, তাকে ক'লোঁ ইংৰাজীতে ।

"ই নহয়, (মন কৰিলোঁ, মায়াই 'ই' শব্দটো প্ৰায়ে ব্যৱহাৰ কৰি আহিছে) । মাহীটিয়ে হেনো তাহানি এলাহাবাদত পঢ়িবলৈ যাওঁতে — হিন্দী পঢ়িবলৈ যে গৈছিল, তেতিয়া কিনি আনিছিল । মাহীটিয়ে মৰমতে কাকো চুবলৈ নিদিয়ে, বিছনাতো নাপাৰে । এদিন বিছনাত পাৰিছিল, আকৌ থৈ দিলে ।"

"ওঁ..... ম, মাহীটি এলাহাবাদলৈ গৈছিল নেকি ? তুমি ক'ব পাৰা ?"

"ই মই কেনেকৈ পাৰিম হু মই যে তেতিয়া জন্মই হোৱা নাছিলোঁ ।"

"ওঁ.. ম" মায়াই যেন মই ভবাতকৈ বেছি কথা কৈছে, পেটে পেটে বিস্মিত হৈ তাকে ভাবিবলৈ ধৰিলোঁ ।"

"তুমি তেতিয়া ক'ত আছিলা ?"

"ই মাহীটিয়ে কৈছে মই তেতিয়া আকাশত আছিলোঁ ।"

"ওঁ... ম— মাহীটিৰ বৰ মৰমৰ বেড্‌কভাৰ ।"

"ই মাহীটিৰ বান্ধৱী এজনী আছিল নহয়। তেওঁৰ বিয়া হোৱাৰ কথা আছিল নহয়হু সেই কাৰণেহে বেছি দাম দি কিনি আনিছিল হু"

"তেনেহ'লে বন্ধুজনীক নিদিলে দেখোন ?"

"ই বিয়া নহ'ল নহয় ? আপুনি নাজানে জানো ? বিয়া নহ'ল নহয় হু"

"মই নাজানো নহয়, তোমাৰ মাহীটিৰ কথা কেনেকৈ জানো বাৰু ?"

"শুনিছে ?" মায়াই মোৰ কাষলৈ আহি বিশ্বাসৰ গোপন কথা এটা কোৱাদি ক'লে, "যিজন দবাৰ লগত বিয়া হোৱাৰ কথা আছিল তেওঁ হেনো আন এজনী কইনা বিয়া কৰালে ।"

"হয় নেকি ? তুমি কেনেকৈ জানিলা ? তুমি দেখোন বহুত কথা জানা ।"

"ই ৰৰমাক মাহীটিয়ে এদিন কৈছিল নহয় ? বেড্‌ক'ভাৰখনৰ কথা সুধিছিল যে ? তেতিয়া কৈছিল নহয় ?"

মই বেড্‌ক'ভাৰখন কোলাত লৈ আল্‌ফুলকৈ মেলি আঙুলিৰে তাৰ স্পৰ্শ অনুভৱ কৰিছিলোঁ, এটা চুকত এখন আয়তাকাৰ সৰু বগা চিৰ্কৰ কাপোৰত কোম্পানীৰ নামটো আৰু ঠিকনাৰ তলত এলাহাবাদ বুলি ইংৰাজীত প্ৰিন্ট কৰা আছে

মই অহল্যাৰ এইবিলাক ইতিহাস একো নাজানো ।জানিবৰ প্ৰয়োজনো নাছিল। মই তাৰ পিছতেই, শ্বিলঙত নতুন জীৱনৰ নতুন স্বপ্নত বিভোৰ । ক্ষমতাপন্ন মানুহৰ ছোৱালী দিব খোজে, চৰকাৰী চাকৰি, উন্নতি, ঘৰ মাটি আৰু কত ভৱিষ্যতৰ ঐশ্বৰ্য আৰু ক্ষমতাৰ সপোন হু

মই অৱশ্যে অহল্যালৈ লিখিছিলোঁ — অলপ পলমকৈ, আমাৰ সম্পৰ্ক, আমাৰ তেজৰ সম্পৰ্ক, তুমি মোৰ ভনীৰ নিচিনা আৰু চিৰকাল ভনীৰ নিচিনাকৈয়ে থাকিবা।

... মানুহে ভুল কৰে খন্তেকীয়া উত্তেজনাত, কিন্তু আমাৰ ভাগ্য ভাল, সেই ভুলৰ *কোনো চিৰকলীয়া বান্ধোন নাথাকিল ।গতিকে আমি আকৌ আগৰ নিচিনা হ'লোঁ।*

... আৰু বহুত কিবাকিবি কথা, ভাবৰ উত্তেজনাত নানা কথাৰ ফুলজাৰি । স্বাভাৱিকতে সেইবিলাকত আন্তৰিকতা নাছিল, কাৰণ কোনো কথাতে লাগি থকা বা আন্তৰিকতাৰে লোৱা মোৰ স্বভাৱবিৰুদ্ধ । মোৰ স্বভাৱৰ বাবে মাজে মাজে অনুতাপ হয়, কিন্তু কি কৰিম, এই স্বভাৱ যে মোৰ বাহিৰা কিবা এটা বস্তু যেন লাগে, তাক যেন কোনোমতেই মোৰ হুকুমলৈ আনিব নোৱাৰোঁ । গিৰিহঁতৰ অবাধ্য কুকুৰে কোনোবা নিজা মানুহক খেদি যোৱাৰ দৰে ইয়াৰ ব্যৱহাৰ ।

*কিন্তু অহল্যা যদি এলাহাবাদলৈ গ'ল, তাৰ আগতে গ'ল নে— অৰ্থাৎ মোৰ* চিঠিখন পাইছিল নে ? কোনে পালে চিঠিখন ?

আজি ৭/৮ বছৰৰ মূৰত চিঠিখন আনে পোৱা, এনে এটা কল্পনাতে গাটোত বিছা লগাৰ দৰেই বিজবিজাই উঠিল ।

মায়াই তলমুৰ কৰি নখ ফুটা পিটিকি আছিল। মই নমতা নোবোলা দেখি তাই যেন একো কথা পাতিবলৈ সাহ কৰা নাছিল ।

মই লাহেকৈ কান্ধখনত হাত দি মৃদুভাৱে মোৰ ওচৰলৈ টানি কোমলকৈ মাতিলোঁ, "মায়া ।"

মায়াই কাষ চাপি মুখলৈ চাই সৰলভাৱে হাঁহিলে । "মায়া", তুমি প্ৰথম শ্ৰেণীত পঢ়া নহয় নে ? তুমি বহুত কথা জানা ।"

মায়াৰ সৰু দেহটো আনন্দত উৎফুল্ল হৈ উঠিছিল ঃ "মই আৰু ডাঙৰ কথা জানো নহয়," — মায়াই সৰু সৰুকৈ ক'লে ।

"হয় নেকি ? কোৱাচোন কোৱা ।"

"ই মই নকওঁ ।"

মই ধেমালিৰ সুৰতে কৈ গ'লোঁ, "মই কাকো নকওঁ নহয় ।"

"শপত ?"

"শপত ।"

"ঈশ্বৰৰ শপত ?"

"ঈশ্বৰৰ শপত ।"

তাৰ পিছত মায়াই চকু পিৰিকিয়াই মোৰ কাণৰ ওচৰলৈ মুখখন নিয়াৰ এটা চেষ্টা কৰাত মই মূৰটো হলাই দিলোঁ । তাই দুয়ো হাতেৰে মোৰ মূৰটো সাবটি ফুচফুচাই ক'লে—

"মই মাৰ ছোৱালী নহয় হেনো, মোক হস্পিটালতহে পাই আনিছে ।"

মই সঁচা-সঁচি ভূত দেখাৰ দৰে চমকি উঠিবলৈ গৈছিলোঁ, কিন্তু পিছ মুহূৰ্ততে হাঁহি দিলোঁ, "অ' হয় নেকি ? মোকো মাৰাই কৈছিল তাহানি ।"

"ই সঁচা আক' । মাহীটিয়ে মায়ে কথা পাতি থোৱা বছৰ যে গৈছিলোঁ কোহিমালৈহু মই যে চকু মুদি শুই আছিলোঁ হু মই শুনিছিলোঁ নহয় হু"

ল'ৰা-ছোৱালীক মাকহঁতে নিজৰ জন্মৰ কথা তেনেকৈয়ে কয় । গভিকে সুধিলোঁ, "কোহিমাত বাৰু ভাল লাগে নে ইয়াত ভাল লাগে ?"

"ই ইমান ঠাণ্ডা, মোৰ টনচিল আছে নহয় ।"

"মায়া, মোৰ লগত শ্বিলঙলৈ যাবা ? তাত ধুনীয়া সুমথিৰা আছে, পৰ্বত আছে ।

জলপ্ৰপাত আছে। দুটা যে জলপ্ৰপাত আছে, ইমান ধুনীয়া, ইমান ওপৰৰ পৰা পানী পৰে।"

"মই তেনেহ'লে যাম। মোৰ জলপ্ৰপাত চাবলৈ বৰ মন যায়। আমাৰ নাওৰাৰ পৰা পানী পৰিলে জলপ্ৰপাত হয় নে?"

"তেনেকুৱা এহাজাৰখন নাওৰা, দহহাজাৰ নাওৰা, একলাখখন নাওৰাৰ পৰা পানী পৰিলে আৰু সৌ শিমলু গছডালৰ সমান ওখৰপৰা একেবাৰে হৰহৰাই, কলকলাই পানী পৰি থাকে, চাই থাকিলে আহিবৰ মন নাযায় নহয়।"

"মোক নিব না জলপ্ৰপাত দেখুৱাবলৈ হু সেই পানীবিলাক ক'ৰপৰা আহে বাৰু? শেষ হৈ নাযায় নে?"

"ওঁ... হো, পৰ্বতৰ ওপৰৰ পৰা আহি থাকে।"

"ক'লৈ যায় পানীবিলাক?"

"জুৰি হৈ বৈ আহে ভৈয়ামলৈ, লুইতত পৰেহি, ইয়ালৈও আহে, সকলোলৈ আহে।"

"মাহীটি মাহীটি, মই শ্বিলঙলৈ যাম, জলপ্ৰপাত দেখুৱাবলৈ মামাই নিব নহয়।"

মই লৰালৰিকৈ উঠি বাহিৰত ষ্টাম্প মাৰিবলৈ নিয়া চকীখন নিজেই ভিতৰলৈ আনি অহল্যাক বহিবলৈ দিলোঁ। পোলিং অফিচাৰ ল'ৰাজনে ইতিমধ্যে ষ্টাম্প মৰা শেষ কৰি বেলট্ পেপাৰবিলাক বান্ধি-কুন্ধি হয় চাহৰ ব্যৱস্থা বা বুথটো সাজিবলৈ গৈছিল। পিয়ন ল'ৰাটোক অলপ ডাঙৰকৈ মাত দিয়াত সি পাকঘৰ নামৰ চালিখনৰ তলৰ পৰা ওলাই মাত দিলে, "ছাৰ এয়া চাহ নিছোঁ।"

অহল্যা বহা নাছিল।

"বহা অহল্যা। তুমি বৰ আচৰিত। ইমান ধুনীয়া বেড্ক'ভাৰখন কোনোবাই পোলিং বুথ সাজিবলৈ দিয়ে নে? কতই তাতে ছাব মাৰিব, দাগ লগাব। এইখন কইনাৰ লগত দিয়াৰহে বস্তু।"

"এজনী কইনায়ে অনাইছিল। কিন্তু বেচেৰীৰ বিয়া নহ'ল। বিয়াখন ভাগিল। গতিকে তাই মোকে প্ৰেজেণ্ট দিলে।"

"কিন্তু মায়াই ক'লে তুমিহে বোলে এলাহাবাদৰ পৰা কিনি আনিছিলা কইনাজনীলৈ।"

অহল্যা সামান্যভাৱে অপ্ৰস্তুত হোৱা যেন লাগিল। মায়ালৈ চাই হাঁহি ক'লে, "অঁ

তাই ঠিকেই কৈছে । মোক আনিবলৈ দিছিল । টকাও দিছিল । ৭৫ টকা দাম । কিন্তু মোকেই প্ৰেজেন্ট দিলে ।”

“অ’ তেনেহ’লে তুমি সেই উদ্দেশ্যেৰেই সাঁচি থৈ দিছা ?” মই অলপ হিউমাৰ কৰিবলৈ ক’লোঁ ।

অহল্যা এইবাৰহে যেন অপ্ৰস্তুত হ’ল বেছি । “যদি কওঁ সেয়েই, তেনেহ’লে ভুল কৰা হ’ব নেকি ? আমাৰ জানো তেনে কল্পনা নাছিল ?”

“সময় আছে । লগ্নহে নাই । লগ্ন উকলি গ’ল ।”

“এই ভৰপুৰ বয়সত কিয় তেনেকৈ কোৱা অহল্যা ? তোমাৰ সকলো আছে ।”

মায়াই মোৰ বিছনাৰ তলত থকা বেলট্ বক্স এটা লিৰিকি বিদাৰি আছিল । মই খোলাৰ নিয়মটো দেখুৱাই দি মায়াক ক’লোঁ, বাহিৰৰ টেবুলখনৰ ওপৰত থৈ খুলিবলৈ আৰু কাগজ-পত্ৰ একো নুচুবলৈও ক’লোঁ ।

অহল্যাই যেন মোৰ এই ব্যৱস্থাটো অন্তৰেৰে সমৰ্থন কৰিছে । মায়া ওলাই যোৱালৈ চাই ক’লে, “মায়া আজি-কালি বৰ দুষ্ট হৈছে, বহুত কথা কোৱা হ’ল ।”

“তাই কি কৈছিল জানা ? তাইক হেনো হস্পিটেলৰ পৰা পাইছে আনিছে । আমাৰ যে ল’ৰা-ছোৱালীক কয় হু”

অহল্যাই অলপ লাজ মিহলোৱা হাঁহি এটা মাৰি ক’লে, “ইহঁতৰ প্ৰশ্নৰ কিমান উত্তৰ দিব ?”

মই আগৰ প্ৰসঙ্গৰ সূত্ৰ ধৰি ক’লোঁ, “তুমি ঘৰৰ পৰিস্থিতিৰ কাৰণেই ইমান ত্যাগ কৰিলা ?”

“সেইবিলাক কথা জনাৰ আজি কি প্ৰয়োজন ? প্ৰত্যেকে নিজৰ নিজৰ ভাগ্যত লিখা মতে, পূৰ্বজন্মত সাধি অহা মতে ফল ভোগ কৰে সংসাৰত ।”

“অ’ তুমি বুঢ়াৰ ভাল শিষ্যা হ’লা । অথনি মোৰ বুঢ়াৰ কাৰণে চকুপানী ওলাওঁ যেন হ’ল । মই মানুহটোৰেই যেন চেঞ্জ হ’বলৈ ধৰিছোঁ । কিন্তু নামটো নাজানো বুঢ়াৰ ।”

“ৰত্নেশ্বৰ চহৰীয়া । ৰিটায়াৰ্ড হেডক্লাৰ্ক, আগৰ দিনৰ এন্ট্ৰেন্স পাছ । পঢ়া-শুনা কৰে । কিন্তু আপোনাৰ দৰে মানুহবো চকুপানী ওলায় নে ?”

“মাজে মাজে মানুহৰ জ্ঞান আহে ।”

চাহ লৈ পিয়ন ল’ৰাটো সোমাই আহিল । চাহ সকলোলৈ কৰিছে আৰু থাল এখনত কাপকিটা উঠাই আনিছে । মায়াক গাখীৰ-পানী বা চাহ কিবা দিম নে সোধাত

একো নালাগে বুলি ক'লে । মই মায়াক মাতি আনি ছুটকেছৰ পৰা বিস্কুটৰ পেকেট এটা উলিয়াই দিলোঁ, খোলা বিস্কুট পেকেট এটাও আনি মায়াক দুখন দি বাকীখিনি টেবুলৰ ওপৰতে অহল্যা আৰু মোৰ মাজত থ'লোঁ ।

"কেলৈ লাগিছে নতুন পেকেটটো ? আপোনালোকে কি খাব ?"

"আমাৰ দুদিনহে । কেবা পেকেটো আছে ।"

"কিমান যতনকৈ নবৌৱে চাগে দি পঠাইছে হু ইয়াত কাৰোবাক দান দিয়া বা বিলোৱা বুলি শুনিলে কি ক'ব ?" অহল্যাই মায়াৰ হাতৰ পৰা পেকেটটো লৈ আহিল।

মই নীৰবে চাহ খাবলৈ ধৰিলোঁ । অহল্যাই জানো কি ভাবিলে । "বাৰু মায়া, এতিয়া ইয়াতে থাওক, যাওঁতে লৈ যাবা ।"

মায়াই বিস্কুট খাই বাহিৰলৈ লৰ দিলে — বুথ সজা আৰু খুঁটি পুতি ৰছী বন্ধা এইবিলাক কাম চাবলৈ ।

"অহল্যা, ক'ব নোৱাৰোঁ, আজি সেই আগৰ অধিকাৰ আছে নে নাই । কিন্তু তোমাৰ আগৰ জীৱনৰ, অৰ্থাৎ যোৱা সাত বছৰৰ কথা একো নাজানো । শ্ৰীযুত চহৰীয়াদেৱে কৈছিল কিবাকিবি । কিন্তু ভালকৈ মনত নাই ।"

"মনত ৰাখিব লাগে কিয় ? আপুনি সুধিলে সেয়ে যথেষ্ট । দেউতাৰ এক্সিডেন্ট, ঠিকাত দেৱলীয়া অৱস্থা, ঘৰ-বাৰী বেঙ্কত বন্ধক, গতিকে মই কেনেকৈ পঢ়িব পাৰোঁ। নৱমমানতে পঢ়া শেষ । কিছুমান দিন বাইদেউ-ভিনিহিদেউৰ লগত থাকি, চৰকাৰী বৃত্তি লৈ এলাহাবাদত হিন্দী পঢ়িবলৈ যাওঁ — যাবলৈ বাধ্য হ'লোঁ । তিনি বছৰৰ পিছত আহি মাত্ৰ কেইদিনমানৰ কাৰণে দেউতাক দেখিবলৈ নাপালোঁ । মোলৈ খবৰ দিয়া নাছিল, ভিনিহিদেৱে নিজে মোক লৈ আহিছিলগৈ ।"

মই সেইদিনা অহল্যা আহি পোৱা ঘৰখনৰ অৱস্থা কল্পনা কৰিলোঁ । গুৱাহাটীৰ পৰা ৩০ কিলোমিটাৰমান যাব লাগে । উন্নত গাওঁ, নামটোও ভাল লগা, 'বকুলসৰা গাঁও ।' ঘৰখন মোৰ চকুৰ আগত নিখুঁতভাবে জিলিকি উঠিল । অহল্যা আহিছে ভিনিহিয়েকৰ লগত । মাকে নিশ্চয় পদূলিৰ গেটখনৰ মুখত অহল্যাৰ ডিঙিত সাবটি ধৰি কান্দিছিল হবাওবাৰে ।

"...... বহুত দুখ আৰু মনৰ অশান্তি লৈ দেউতা যাব লগা হ'ল । তাতে মোৰ কাৰণে ভাবিছিল ভাল দৰা এজন পাব — যিজনে তেজ দি দেউতাক জীয়াই তুলিছিল ।..."

অহল্যাই বেড্‌ক'ভাৰখন হাতেৰে লুটিয়াই বগাবাই যেন নতুনকৈ চাবলৈ ধৰিলে। মই চাহকাপৰ শেষ ঢোক মুখত ৰাখি দি মুখখন তিতা দেখাই খোৱা মানুহৰ দৰে কৰি

ক'লোঁ, "এনেকুৱা বাজে চাহ। অ' অথনিৰ চাহপাতখিনি ইয়াতে থাকিল। কালি কিন্তু ধুনীয়া চাহকাপ। তোমাৰ তাহানিৰ চাহ কিকাপ আজিও তাৰ ফ্লেভাৰটো যেন নাকত লাগি আছে; সোণালী ৰঙটো চকুত জিলিকি আছে।" (মানুহ কি বস্তু অহল্যা, মানুহে কিয় ভুল কৰে ? মানুহক কোনে কাম কৰিবলৈ জোৰকৈ ঠেলি দিয়ে ? আজি সাত বছৰৰ আগত যিটো মৰি শেষ হ'ল বুলি ভাবিছিলোঁ, আজি হঠাতে ইমান আকস্মিকভাবে সি কেনেকৈ তেজ-মঙহৰ শৰীৰ লৈ মোৰ আগত থিয় হ'লহি ? মানুহৰ জীৱনৰ ঘটনাবিলাক আকস্মিকভাবে ঘটে নে কিবা নিয়মত ঘটে) ?

'...... অৱশ্যে তেজৰ সম্পৰ্ক, মঙহৰ নহয়।'......অহল্যাই অতি কষ্টেৰে যে নিজক সংযত কৰি ল'ব লগা হৈছিল, সেই কথা সহজেই বুজিব পাৰিছিলোঁ।

"অতীত মৰহি গ'ল। অহল্যা, এতিয়া আকৌ নতুনকৈ জীৱন আৰম্ভ কৰা।"

অহল্যা নিমাত হৈ থাকিল।

"দেউতাই কয়, আমাৰ চহৰীয়া দেউতাই, মানুহে কেতিয়াও নিজক ফাকি দিব নোৱাৰে, মানুহে অতীতক এৰি পলাই যাব নোৱাৰে। আপুনি অৱশ্যে দেউতাৰ লগত কথা পাতি বেয়া পাব পাৰে।"

"নাই নাই, মই কিয় বেয়া পাম ? মই বৰ ভাল পাইছোঁ। কিন্তু থিয়ৰি আৰু প্ৰেক্‌টিচ দুটা বস্তু, কিতাপৰ কথাবিলাক ভাল। জীৱনৰ কথাবিলাক সোঁচোৰা।"

মই বুথৰ কাম চাবলৈ লাহেকৈ ওলাই আহিলোঁ। মায়াই ভোটলোকৰ ওচৰতে থিয় হৈ ইটো-সিটো সুধি আছে। মই 'ওলোৱা বাট' 'সোমোৱা বাট' আদি ডাঙৰ আখৰ থকা কাগজ দুখনমান লিখিবলৈ এজনক ক'লোঁ আৰু পাৰিলে ভাঠ কাগজত এঠাই দিবলৈও ক'লোঁ।

মায়াক হাতত ধৰি আকৌ লৈ আহিলোঁ। অহল্যাৰ লগত কমটোত কথা পাতি থকা ভাল নেদেখায়, লগৰবিলাকেও কিবা ভাবে, গাঁৱৰ ঠাই, আনেও কত কথা কয়।

কিন্তু কমটোত অহল্যা নাই।

পাছফালৰ পৰা পিয়ন ল'ৰাটো অলপ কোবাকুবিকৈ মোৰ ফালে অহাত অলপ ভয় খাই গ'লোঁ।

"ছাৰ, চাহপাত বোলে আছিল ? ভেখেত বাইদেৱে কৈছে।"

মই লৰালৰিকৈ চহৰীয়া বুঢ়াই দিয়া চাহপাতৰ টোপোলাটো তাক দিলোঁ। কিবা এটা আনন্দৰ উত্তেজনা গাটোৰ সিৰে সিৰে যেন বৈ গ'ল। অহল্যাই মোৰ কাৰণে চাহ কৰিব। অহল্যাই মোৰ কাৰণে .....

"ব'লা মায়া, মাহীটিয়ে চাহ কৰা চাওঁগৈ" —মায়াক হাতত ধৰি যাবলৈ খোজ পেলাওঁতেই বেড্‌ক'ভাৰখনৰ ৰংটো আকৌ চকুত পৰিল।

অহল্যাই সেই চিঠিখন পাইছিল নে ? এইবাৰ সুবিধা পালেই সুধিম, নিশ্চয় সুধিম। বেড্‌ক'ভাৰখন সঁচাকৈয়ে বন্ধু এজনলৈ কিনিছিল নে ? কিজানি নিজলৈ কিনিছিল, কিজানি তাৰ পাছতে মোৰ চিঠিখনৰ বিষয়ে বা মোৰ বিয়া হোৱাৰ বিষয়ে জানিব পাৰিলে ?

তাহানি এলাহাবাদতে কিনা, তথাপি ইমান নতুন, ইমান উজ্জ্বল তাৰ ৰং। 'মাহীটিয়ে বৰ মৰমেৰে ৰাখে, কেতিয়াও নাপাবে।"

আমি গৈ চাহ কৰা চালিখনৰ ওচৰ পালোঁ। অহল্যাই চাহ একাপ বাকিবলৈ আৰম্ভ কৰিছে।

হঠাৎ মোৰ মনটো বতাহ লগা বিস্কুট এখনৰ দৰে সেমেকি উঠিল। যিমান আনন্দেৰে চাহকাপ খাম বা আগৰ কথা পাতিম বুলি ভাবিছিলোঁ, সেইবিলাক একো কৰিব নোৱাৰিলোঁ, ইমান ধুনীয়া চাহকাপো মই 'এনজয়' কৰিব পৰা নাই।

মায়াৰ হাতত কিবা এটা দাগ দেখি অহল্যাই মায়াৰ ওচৰলৈ আহি হাতখনলৈ চাই সুধিলে, "ক'ত লগালা ?"

তেতিয়াহে মায়াই দাগটো দেখিলে। আন একো নহয়, বেলট্‌বক্সৰ ক'ৰবাত, বোধহয় চাটাৰডালৰ ওচৰত ৰং অলপ শুকোৱা নাছিল, মায়াৰ হাতত লাগিল।

"একো নহয়, কেঁচা ৰং, ধুই দিলেই যাব। চাবোন অকণ লগাই ধুই দিয়া। চাবা আকৌ, তোমাৰ ধুনীয়া কাপোৰযোৰত নলগাবা। শুকালে এই দাগ নাযায়।" মই মায়ালৈ চাই অহল্যাক উদ্দেশ্য কৰি কৈছিলোঁ। বান্ধনিঘৰৰ বেৰখনৰ বাহিৰ ফালে চাবোনৰ বাকচ এটাত চাবোন এডোখৰ আছিল, তাকে আনি অহল্যাৰ হাতত দিলোঁ।

অহল্যাই চাবোনেৰে ধুৱাই, মই বাহিৰত মেলি থোৱাৰ পৰা আনি দিয়া মোৰ গামোচাখনেৰে মচি ক'লে, "মই সেয়েহে তোমাক কওঁ, ৰং লগা বস্তু ভাল কাপোৰ পিন্ধি চুই নুফুৰিবা। তুমি সৰু ছোৱালী, ৰং কেঁচা নে শুকান নাজানিবও পাৰা। ডাঙৰেও চিনি নাপায় কেতিয়াবা।

"তুমিও বাৰু সৰুতে কেঁচা ৰং চিনি নাপাইছিলা নহয় নে মাহীটি ?"

"জানো। ক'ব নোৱাৰোঁ। আমি সৰু থাকোঁতে এনেকৈ ইলেক্‌চন হোৱাও নাছিল।"

"নহয়, এনেয়ে আন ক'ৰবাত । তুমি যে এবাৰ মাটিৰ বস্তু এটাত বং দি ছবি আঁকিছিলা, তেতিয়া ?"

"মনে মনে থাকা, এতিয়া নিজৰ দোষ পাহৰাবলৈ আহিছা ? তুমি আজি-কালি বেছ কথা কোৱা হৈছা ।"

মই হাঁহি হাঁহি মায়াক ওচৰলৈ লৈ আহিলোঁ । পুলিচজন আহিল বুথত বাহিৰলৈ বেড্‌ক'ভাৰখন বিচাৰি । মই তাক মোৰ বেড্‌ক'ভাৰ আৰু ব্লাংকেট্ এখন দি ক'লোঁ, "যদি ইয়াৰে নুজুৰে, তেনেহ'লেহে এইখন নিবা । লোকৰ বস্তু, কেনেবাকৈ নষ্ট হ'ব ।"

"ময়ো ছাৰ সেইটো কথা ভাবিছিলোঁ । ইমান ধুনীয়া বেড্‌ক'ভাৰখন তু"

অলপ পিছতে আমি সকলোৱে এবাৰ বিহাৰ্চেল দিয়াৰ ব্যৱস্থা কৰিলোঁ । কোনে কোনখিনিত বহিব, মানুহ প্ৰথমে আহি কাৰ ওচৰলৈ যাব, মোৰ টেবুলখন ক'ত থাকিব, মানুহ ভোট দি কেনি ওলাই যাব, এবাৰ-দুবাৰ কেইবাজনকো ভোটাৰ হিচাপে আনি বিহাৰ্চেল দিয়ালোঁ ।

অহল্যাক দিলোঁ ইনডেলিবল্ ইঙ্কৰ দাগ দিয়াৰ কামটো । কাৰণ তিৰোতা ভোটাৰে আঙুলিত দাগ দিয়াত আপত্তি কৰিবও পাৰে ।

"সাবধান, ইনডেলিবল্ ইঙ্ক সাৱধান, কেনেবাকৈ দাগ লাগিলে এৰুৱাবৰ সাধ্য নাই । গাত লাগিলেও গাৰ ছালখন এৰাই যাব । তাতোকৈ ডাঙৰ কথা, এই ইঙ্ক নহ'লে ইলেক্‌চনেই নহ'ব ।"

এইবিলাক কথা ইলেক্‌চন অফিচাৰৰ । বেচেৰাক এজনে প্ৰশ্ন কৰিছিল, "বটলটো পৰি যাবও পাৰে ।"

"নপৰে নপৰে, নেপেলাব । মাটি অলপ লৈ পানীৰে অলপ কোমল কৰি তাৰ ওপৰত হেঁচি বটলটো বহুৱাই দিব ।"

"মাটিখিনিও চৰকাৰৰ ফালৰ পৰাই দিব নেকি ?"

উত্তেজনাত ক'ব নোৱাৰা অফিচাৰজনে কৈছিল, "নালাগে দিব । মাটি য'তে-ত'তে পাব, অলপমান মাটি এনেকৈ হাতেৰে ল'ব, অলপ পানী সানিব .... "

কেনেকৈ কৰিব লাগে হাতেৰে অঙ্গি-ভঙ্গি কৰি দেখুৱাই দিয়াৰ লগে লগে হাঁহিৰ জলপ্ৰপাত এটাইহে যেন গোটেই হলটো উটুৱাই লৈ গ'ল ।

মোৰ আকৌ হাঁহি উঠি গ'ল ।

মোৰ লগৰ পোলিং অফিচাৰ এজনে ক'লে, "ছাৰ, ইলেক্‌চন অফিচাৰৰ কথালৈ

মনত পৰিছে নেকি ? মোৰ মনত পৰি হাঁহি উঠি গৈছে ।”

চাৰিমান বজাত সকলোকে ছুটী দিলোঁ । পিছদিনা সাত বজাতে সকলো ৰেডি হ’ব লাগিব । কাটাই কাটাই চাৰে সাত বজাত ইলেক্‌চন হ’ব ।

অহল্যাৰ বেড্‌ক’ভাৰখন আকৌ আগৰ দৰে বান্ধি বিস্কুটৰ পেকেটটোৰে সৈতে মায়াৰ হাতত দিলোঁ । বাহিৰৰ বস্তুবিলাক সুমুৰাই দুৱাৰত তলা মাৰি মায়া আৰু অহল্যাৰ সৈতে ওলাই আহিলোঁ । বৃদ্ধ চহৰীয়াৰ অভিমান ভাঙিব লাগিব, গতিকে নিজে যন্ত্ৰণা লৈও আন এজনক আনন্দ দিব পাৰিলে বেয়া নহয় ।

আচৰিত, ই এক নতুন অনুভূতি মোৰ কাৰণে । নিজে যন্ত্ৰণা লৈ আনক আনন্দ দিয়া । সেই বুঢ়াজনে ইমানখিনি বাট খোজকাঢ়ি আহিছিল মোক সাধাৰণ চাহপাতকেইটা দিবৰ কাৰণে । মই আজিলৈকে কাৰো কাৰণে সামান্য এটা কষ্ট কৰিছোঁ বুলি মনত নপৰে— সৰুৰে পৰাই মই ঘৰখনত স্বাৰ্থপৰ আছিলোঁ বুলি মোক সকলোৱে কৈছিল। ভাল বস্তু এটা নিজকে খাবলৈ লাগিছিল । আনৰ কাৰণে— ভাইটোৰ কাৰণেও থ’বলৈ ইচ্ছা নহৈছিল ।

অলপ দূৰ আমি নিমাতে আগবাঢ়িলোঁ । মায়াই কোনো পাৰ্টিৰ লিফ্‌লেট্ এখন লৈ ছবি চাই চাই পিছ পৰিল । আলিৰ কাষত পাৰ্টিৰ অস্থায়ী অফিচ সাজিবলৈ যো-জা কৰিছে কিছুমানে ।

সিফালৰ পৰা জীপ এখনে মাইকত ঘেৰ্ঘেৰাই গান এটা বজাই আহি আছে ঃ ‘বহুদিনৰ আগতে, গধূলি পৰতে তোমাৰ ৰূপৰ শিখা দেখা আজিও পৰে মনতে ।’

শুনি শুনি আমনি লগা, কাণ ঘোলা হোৱাৰ ব্যৱস্থা । কিন্তু আজিহে যেন গানটোৰ এক নতুন সুষমা আবিষ্কাৰ কৰিলোঁ । বহুদিনৰ আগতে— বহুদিন হৈ গ’ল । তেতিয়া বকুলসৰা নামৰ এখন গাঁৱত সন্ধিয়াৰ বকুলফুলৰ সুবাস বতাহত ভাঁহি আহিছিল। গাঁৱত বাঁহ, হাবি, কেতুৰিৰে ঢকা সন্ধিয়াটোৱে যেন ক’ৰবাত গুণগুণাই গান গাই উঠিছিল । মই আছিলোঁ তেতিয়া বি.এ. দি যোৱা চেঙেলীয়া ডেকা । বি.এ. পৰীক্ষাৰ আগতে যি তেজ দিবলৈ সাহ কৰিছিল । অহল্যাৰ আৰু ঘৰখনৰ আকুল নিমন্ত্ৰণ লৈ বি.এ. দিয়াৰ পাছত এদিন সন্ধিয়া বকুলতলৰ পদূলিটো পাইছিলোঁ, মটৰ ষ্টেচনৰ পৰা আধামাইলমান খোজকাঢ়ি। তেতিয়া ঘৰে ঘৰে সন্ধিয়াৰ চাকি বন্তি জ্বলি উঠিছিল ।

অহল্যালৈ চালোঁ । অহল্যাৰ অন্তৰতো গানটোৱে একে ধৰণৰেই ভাৱৰ উথল-মাথল লগোৱা নাই নে ? সাত বছৰৰ আগৰ এটা সন্ধিয়াৰ কথা ? কবিবিলাকে অকল ছন্দ মিলায়ে কবিতাবোৰ নিলিখে, তাত এনেকুৱা অন্তৰত লগা কথাও থাকে, ফুল-

কলেজত কবিতা পঢ়ি, ব্যাখ্যা লিখি পৰীক্ষা পাছ কৰিছোঁ মাত্ৰ, তাৰ বাহিৰে কবিতা মই পঢ়া নাই । ভালো নাপাওঁ ।

"উস্ অহল্যা", হঠাৎ মোৰ মুখৰ পৰা ওলাই গ'ল, "অতীতৰ আনন্দৰ দিনবিলাক যিমান ভাল লাগিছিল, তাৰ স্মৃতিবিলাক তাতোকৈও ভাল লাগিছে, মানে কেনে লাগে— মই অৱশ্যে সাহিত্য কৰা মানুহ হোৱা হ'লে আৰু ভালকৈ ক'ব পাৰিলোহেঁতেন ।"

অহল্যাই মৃদুভাৱে হাঁহিলে । মটৰখন যাওঁতে বহুত ধূলি উৰুৱাই গৈছিল, অহল্যাই মায়াক ওচৰলৈ আনি ধূলিবিলাক মাৰ নোযোৱালৈকে নাকত এখন কমাল দি ধৰি আছিল। মই মায়াৰ হাতৰ পৰা কাগজৰ নুৰাটো নিজৰ হাতলৈ লৈ মায়াক মুক্ত কৰি দিলোঁ।

মুখৰ হাঁহিটো অলপ সময় ৰাখি অহল্যাই মায়া অলপ আঁতৰি যোৱালৈ চাই ক'লে, "সেইদৰে বেজাৰৰ সোঁৱৰণিবোৰ আৰু বেছি গধুৰ, বেছি বেজাৰৰ ।"

"ঠিকেই কৈছা, আনন্দতকৈ আনন্দৰ সোঁৱৰণিবোৰ বেছি মধুৰ, আৰু দুখবোৰ বেছি গধুৰ ।" মই আকৌ নতুনকৈ কথাকিটা খুকিয়াই ক'লোঁ, "বাৰু তুমি এই বেড্‌ক'ভাৰখন... বাৰু অহল্যা.... মানে.... মানে তুমি মোৰ চিঠিখন পাইছিলা ? ... শ্বিলঙৰ পৰা দিয়া .... "

অহল্যাৰ উজ্জ্বল মিঠা বৰণটো, মঙহাল মুখখন ৰঙা পৰি উঠিল, ওঃ, লাহী অহল্যাৰ গাটো আগতকৈ অৱশ্যে শকত হৈছে ।

"বহুদিনৰ মূৰত, ঘৰৰ ঠিকনাৰ পৰা কোহিমাৰ ঠিকনা, কোহিমাত কেইমাহমান থকাৰ পাছতহে বাইদেউ-ভিনিহিদেৱে মোক এলাহাবাদত থৈ আহিছিল । কোহিমাৰ পৰা তাৰ পোষ্টমাষ্টৰজনে মোৰ এলাহাবাদৰ ঠিকনালৈ পঠিয়াইছিল ।"

"তুমি বাৰু এই বেড্‌ক'ভাৰখন গৈয়ে কিনিছিলা, নহয় নে ?"

"ইমানকৈ সুধি আছে দেখোন ? আপোনাকে প্ৰেজেণ্ট দিছোঁ সেইখন, মোকনো কেলৈ ? ভয় নাই, মই কেতিয়াও ব্যৱহাৰ কৰা নাই, হয় মই গৈয়ে কিনিছিলোঁ ।

মোৰ মুখত ঘোচা এটা মৰাৰ দৰে ওঁঠ চেলেকিবলৈ ধৰিলোঁ । ক'লোঁ, — "ওঁ, মোক এই বস্তুটো প্ৰেজেণ্ট লাগে । মোৰ বৰ পচন্দ হৈছে । বাইদেৱেৰাইতো গৈছিল এলাহাবাদলৈ ?"

" গৈছিল, বাইদেউৰ কিবা অপাৰেচন কৰাইছিল । সন্তান নহয় কাৰণে ।"

মই অলপ কাষ চাপি যোৱাৰ দৰে গৈ হঠাৎ অনুনয় কৰি ক'লোঁ, "অহল্যা, তুমি

বিয়া কৰোৱা, কোঁৱা অহল্যা, তুমি বিয়া কৰাবা; তোমাৰ সকলো আছে । মোৰ দৰে পশু এটাতকৈ তুমি বহুত ভাল • ‍ ‍ ‍ ‍ ‍ ‍ ‍ ‍ পাবা । তুমি বুঢ়াৰ সেইবিলাক কৰ্মফল, অদৃষ্টৰ কথা বাদ দিয়া ।"

"দেউতাক তেনেকৈ নক'ব । মই দেউতাক সকলো কথা খুলি কৈছোঁ, কিয় বিয়া নকৰাওঁ ।"

মোৰ বুকুখন ধপ্‌ধপাই উঠিল, "সকলো কথা ? কি কথা ?"

"কৈছিলোঁ যে মই এজনক ভাল পাইছিলোঁ, কিন্তু তেৱোঁ মোক ভাল পোৱা বুলি কৈছিল । মোৰ বয়স কম, ঘৰখনৰ দুৰ্য্যোগ, তেওঁ চৰকাৰী চাকৰিৰ লোভত, ঘৰ মাটিৰ লোভত ক্ষমতাশালী মানুহৰ ছোৱালী বিয়া কৰালে ।"

'অহল্যা' বুলি মই জোৰেৰে চিঞৰি দিবলৈ গৈ বৰ কষ্টেৰে নিজক সংযত কৰি 'মায়া' বুলি চিঞৰি দিলো ঃ "মায়া, তুমি বৰ আঁতৰ হৈ নাযাবা, ইলেক্‌চনৰ জীপ মটৰ আহিব পাৰে ।"

আগ হৈ যোৱা মায়া অলপ সময় ৰৈ আকৌ হাঁহি হাঁহি লৰ ধৰিলে ।

"এনেকৈ নিচিঞৰিব । ভয় নাই, মই আপোনাৰ নাম কোৱা নাই । বুঢ়াৰ ওচৰত আপুনি ভদ্ৰলোক হৈয়ে থাকিব পাৰিব । বাইদেউহঁতে জানে অৱশ্যে ।"

"অহল্যা, অহল্যা, তোমাৰ মই ভৰিত ধৰিব পাৰোঁ, তুমি মোৰ সঁচাকৈয়ে আপোন ভ...." প্ৰচণ্ড ঘোচা এটা মাৰি কোনোবাই যেন মোৰ জিভাৰ আগৰ পৰা 'ভনী' শব্দটো কাঢ়ি লৈ গ'ল ।

"কিন্তু অহল্যা... বিয়া কৰোৱাত তোমাৰ আন কোনো বাধা নাছিল । মোক পাৰা যদি ক্ষমা কৰা আৰু বিয়া কৰোৱা ।"

অহল্যাই লৰি লৰি আগবাঢ়ি যোৱা মায়ালৈ চাই অনুচ্চ সুৰত ক'লে, "মায়া, গৰুৰ জাক আহিছে, কেনেবাকৈ খুঁচিব আৰু নাকত ৰুমাল দিবা ।"

সিফালৰ পৰা অহা গৰুৰ জাক এটা দেখি মায়া এঠাইত ৰৈ গ'ল । আমি লাহে লাহে আগবাঢ়ি গৈ থাকিলোঁ ।

অহল্যাই মোলৈ অলপ তীব্ৰভাৱে চাই ক'লে, "মায়া, মোৰ বুকুখন ধমহ্‌কৈ উঠিল । "মায়া" ? মায়া কি ?"

"মায়াই মোৰ বাটত বাধা, মোৰ বিয়া হ'লে তাই কাৰ লগত থাকিব ?"

মোৰ ভাব হৈছিল, মোৰ বুকুৰ পৰা কলিজাটো ধপ্‌ধপাই ভৱা এৰি যোৱা বেলৰ

ইঞ্জিনৰ দৰে লৰ মাৰিছিল । পিছত যেন ভুল বুজিব পাৰি আকৌ পিছুৱাই আহি ঘপহুকৈ লাগিলহি ।

"কিয় মাক-দেউতাকৰ লগত, বাইদেৱেৰা, ভিনিহিদেৱেৰাৰ লগত ?"

"মাযাই ঠিকেই কৈছিল আপোনাক, তাই তোলনীয়া ছোৱালী । কেনেবাকৈ কিবা গোন্ধ পাইছে তাই, আজি যি বুজিলোঁ ।"

"মায়া" দেশ কাল পাত্র পাহৰি মই গাঁৱৰ মাজবাটতে চিঞৰ মাৰি দিলোঁ ।

অহল্যাই নিজৰ মুখখনতে হেঁচা মাৰি ধৰিলে, "কি সৰ্বনাশ কৰিব খুজিছে আপুনি ? বিপুল দাদা, এইখন শ্বিলং নহয়, গাওঁ সেন্দুৰীপাম ।"

"কিন্তু কেনেকৈ ?" তাৰ পিছত হঠাৎ মনত পৰিল, বাইদেৱেকে অহল্যাক থৰলৈ গৈ কিবা অপাৰেচন কৰাইছিল সন্তান নষ্ট হোৱাৰ বাবে, তেনেহ'লে — "ঠিকেইতো, ঠিকেইতো মই কি মূৰ্খ হু"

"এলাহাবাদৰ মেটাৰনিটি হস্পিটালত পিতৃহীনা, জন্ম দিয়েই মাকৰ মৃত্যু হোৱা, এই ছোৱালীজনীক বাইদেৱে তুলি ল'ব খুজিলে ।"

"ঠিকেইতো, ঠিকেইতো, তেনেই হ'ব লাগিব । কিন্তু তোমালোকৰ লগত ইমান মিলি গৈছে ।"

"সন্তান হোৱাৰ পাছত বাইদেৱে নগাপাহাৰৰ মিছনাৰীৰ অনাথ আশ্ৰমত দিব খুজিছিল । কিন্তু মোলৈ তাইৰ ইমান মৰম, আৰু মোৰো মৰম এটা সোমাল .... "

গৰুজাক আমাৰ মাজেদি পাৰ হৈ গ'ল । অহল্যা বাওঁফালে মায়াৰ ওচৰত থিয় হৈ মায়াৰ নাকত হাত দি ৰ'ল আৰু মই বাটটোৰ সোঁফালে পদূলি এটাইদি অলপ সোমাই প্ৰায় চিঞৰিলোঁ, "নিদিবা, নিদিবা, কেতিয়াও দিব নোৱাৰা । লাগিলে তুমি এনেকৈয়ে থাকিবা ।"

গৰুৰ খোজৰ শব্দবিলাক খট্‌খট্‌কৈ পাৰ হৈ গ'ল । ধুলিয়ে আমাক অলপ সময় আঁৰ কৰি পেলালে, বহু সময় তেনেকৈ থাকি ধুলি নাইকিয়া হ'লতে আমি আকৌ আগবাঢ়িলোঁ ।

মায়াই মোৰ কাষ চাপি আহি সুধিলে, "আপুনি কি দিব নালাগে বুলি কৈছিল মামা ?"

"মামা" ? বোধহয় অহল্যাই সম্বোধনটো শিকাই দিছিল । এই দ্বিতীয়বাৰ ব্যৱহাৰ কৰিলে । "কৈছিলোঁ তোমাৰ কথা মায়া । বোলো মায়াজনীক মোৰ লগতে শ্বিলঙলৈ

লিব লাগিব । মাহীটিয়ে আকৌ যাবলৈ নিদিয়ে । যাবা নে নোযোৱা কোৱাঁ— বুলি মই মায়াক পাছফালৰ পৰা অলপ ওপৰলৈ দাঙি দিলোঁ ।

"ই যাম আক' । মাহীটিও যাব লাগিব কিন্তু ।"

"কিন্তু মাহীটি নাযাওঁ বুলিছে । সেই কাৰণে ।"

"কিয় নোযোৱা মাহীটি ? মোৰ জলপ্ৰপাত চাবলৈ বৰ মন ।"

"থাকিবলৈ ঠাই নাই নহয়, ক'ত থাকিবা ?"

মায়াই মোলৈ আঙুলিয়াই দি ক'লে, "কিয় আমাৰ ঘৰত ?"

"অকণমানি ঘৰ" বুলি অহল্যাই তৰ্জনী আৰু বুঢ়া আঙুলি দুটাৰে টিপি পৰিমাণটো দেখুৱাই দিলে ।

"ডাঙৰ ঘৰ এটা নাসাজে কিয় ?" মায়াই মোলৈ চাই সুধিলে ।

"ভাবিছোঁ সাজিম" মায়াৰ পিঠিখনত থপৰিয়াই ক'লোঁ ।

আগদিনাৰ সেই ভয়াবহ মেৰটো পাৰ হ'লোঁ । অহল্যাক ঘটনাটোৰ কথা ক'বলৈ গৈ মনটো দমি গ'ল — নক'লোঁ ।

মায়া আৰু অহল্যা পদূলিয়েদি সোমাই গ'ল । মই ৰাজখোৱাৰ চেম্বাৰটো চাবলৈ বুলি আগবাঢ়িছোঁ । যাওঁতে ৰাজখোৱাৰ সৈতে সোমাই যাম ।

মই অনুভৱ কৰিলোঁ, মোৰ অন্তৰৰ কোনোবাখিনিত যেন কিবা এটা বস্তু অলপ অলপকৈ মম গলাদি গলিবলৈ আৰম্ভ কৰিছে । বস্তুটোৱে যেন কিবা এটা আকৃতিত লাহে লাহে গঢ় ল'বলৈ ধৰিছে। তাৰ পিছত যেন টান হৈ এটা সুস্পষ্ট মূৰ্তি এটাৰ গঢ় ল'লে। সেইজনী মায়া ।

মানুহৰ জীৱনত এনেকুৱা ট্ৰেজেডি ঘটে নে ? চিনেমাতহে কেতিয়াবা দেখিবলৈ পোৱা যায়, যাক আমি চিনেমাৰ সময়খোৱাতহে বিশ্বাস কৰোঁ । সেইজনী ছোৱালী, যি সংসাৰখনত কিছুমানক নিজৰ বুলি আঁকোৱালি লৈছে, অথচ সকলো মায়া, ইলিউচন, ৰিয়েল নহয় । মায়াৰ নামটো নিশ্চয় তেওঁলোকে ভাবি চিন্তিয়ে ৰাখিছে ।

চহৰীয়াৰ গা ভাল নহয়, সোনকালে বিচনাত পৰিছে । আমাৰো বহুত কাম, সোনকালে শুই পুৱা সোনকালে উঠিব লাগিব । গতিকে চাহ এককোপ খায়ে আমি লৰালৰিকৈ শুচি আহিব পাৰিলোঁ । অৱশেষে বেড্‌ক'ভাৰখন জোৰকৈ অহল্যাৰ হাতত গুঁজি দি ।

পিছদিনা নানা হুলস্থূল, উত্তেজনা আৰু নাৰ্ভাছনেছৰ মাজত স্বাধীন ভাৰতৰ প্ৰথম

সাধাৰণ ইলেক্চন ইউনিভাৰ্চেল এডাল্ট ফ্ৰেঞ্চাইজৰ ভেটিত গোটেই ভাৰতত্বৰ আৰম্ভ হৈ গ'ল । শ শ বছৰৰ পিছতো কোনোবাই যদি পুৰণি নথি-পত্ৰবোৰ তন্নতন্নকৈ চায়, তেনেহ'লে মোৰ নামটোও পাব । বিপুল কাকতি নামৰ এজনো প্ৰিজাইডিং অফিচাৰ হৈ মহৰামুখ নামৰ এই বিৰাট জ'নটোৰ এখন গাওঁ সেন্দুৰীপামলৈ আহিছিল ।

এজেন্টবিলাক যথাসময়ত আহি কাষৰ বেঞ্চ এখনত বহি ল'লে । তেওঁলোকৰ আগত বাকচ খুলি চাটাৰডাল টানি আনি বান্ধি ছীল কৰা হ'ল । বাইজৰ পথাৰৰ কামৰ দিন । আগবেলাতে একেছাটতে আহি বহুতো ভৰি পৰিল ।

নানা হাঁহি উঠা ঘটনা আৰু হুলস্থুলেৰে ইলেক্চন আগবাঢ়িবলৈ ধৰিলে । কোনোৱে টেবুলখনতে ছাব মাৰি কাগজখন লৈ আহে, কোনোৱে কোনটো ছবিত ছাব মাৰিব দেখুৱাই দিবলৈ লৈ আহে, কোনোৱে বাকচৰ তলত, টেবুলৰ তলত, বেৰৰ কামিত বেলট্ পেপাৰখন খোঁচ মাৰি থৈ আহে, ইত্যাদি নানান সমস্যা ।

বাৰমান বজাত জীপ এখনত উঠি আহিল জ'নেল অফিচাৰজন আৰু তেওঁৰ লগৰীয়া কেইজনমান ডেকা ল'ৰা । তেওঁক আৰু লগৰকিজনক নি মোৰ শোৱা কোঠাত বহুৱাই চাহ-বিস্কুট খাবলৈ দি আমাৰ যন্ত্ৰণাবিলাকৰ কথা ক'লোঁ ।

তেওঁ লৰালৰিকৈ কিছুমান এলোপেথিক টেব্‌লেট জেপৰপৰা উলিয়াই দিলে । মূৰৰ বিষ বা তেনে বিষৰ কাৰণে । তেতিয়াহে বুজিলোঁ ঠিক ৰাতিপুৱাৰ পৰাই মূৰটো বিষাব লাগিছে মোৰ । চাহৰ লগতে এটা টেব্‌লেট খাই ক'লোঁ, 'আচল যন্ত্ৰণা এই বাটছোৰাবহে ।'

তেওঁ সেই বিষয়ে অভয় দিলে । চৰকাৰী বাহে সকলো চেণ্টাৰৰ পৰা মানুহ আৰু বাকচ তুলি নিব, ৰাতিৰ ভিতৰতে ।

"ৰাতিৰ ভিতৰত মানে ?"

"এই ধৰক ৰাতি ৮।৯।১০ মান বজা ।"

"১১।১২।১৩ মান নকয় কিয় ?"

"ওঁ ধৰক, আপোনালোকতকৈও বহুত ভিতৰৰা ঠাইত বহুত চেণ্টাৰ আছে । মটৰ নাযায় । দুই তিনি কিলোমিটাৰমান হয়তো মানুহেই কঢ়িয়াই আনিব ।"

"তেনেহ'লে আমি স্বৰ্গসুখতে আছোঁ হু"

জ'নেল অফিচাৰে আৰু তেওঁৰ দলটোৱে হাঁহি হাঁহি মোৰ চেণ্টাৰৰ শুভ সমাপ্তি কামনা কৰি জীপত উঠি গুচি গ'ল ।

মানুহৰ সংখ্যা তেতিয়া পাতলি গৈছিল । অফিচাৰকিজনক এজন এজনকৈ চাহ খাই আহিবলৈ ক'লোঁ । এজেন্টকিজনো মানুহ কমা দেখি যাবলৈ ওলাল । পথাৰৰ কাম আছে । মই লেবেল দুখনত তেওঁলোকৰ চহীবোৰ লৈ যাবলৈ দিলোঁ ।

অহল্যাৰ ওচৰ চাপি যোৱাত অহল্যা চকীৰপৰা থিয় হ'ল । মই তেওঁক চাহ খাই আহিবলৈ ক'লোঁ । অহল্যাই খিৰিকীয়েদি বাহিৰৰ ফালে চোৱাৰ চেষ্টা কৰিলে । ময়ো চালোঁ । মায়া লৰি লৰি সোমাই আহিছে ডিঙিত ফ্লাস্ক এটা আৰি লৈ । হাতত সৰু টোপোলা এটাত বোধহয় খোৱা বস্তু । মায়াক দেখিয়েই মনটো ফৰকাল লাগি গ'ল। মই বাহিৰলৈ ওলাই মায়া ওচৰ পোৱাৰ লগে লগে চিঞৰিলোঁ, "মায়া লৈ আঁহা । মোলৈও নিশ্চয় আনিছা ?"

মায়াই মোক দেখিয়ে লৰিবলৈ এৰি লাহে লাহে আহি মোৰ গাৰ কাষেদি সোমাই গৈ মাহীয়েকৰ ওচৰত ফ্লাস্কটো থ'লে ।

"মই ভাবিছিলোঁ নিশ্চয় তুমি মোৰ ইয়াতে চাহ খাবা ।" মই অলপ অভিমানেৰেই ক'লোঁ ।

"মই বেছি চাহ নাখাওঁ । গাখীৰহে খাওঁ, এয়া মোলৈ গাখীৰ আৰু আপুনি দিয়া বিস্কুটেই আনিছে হ'ব পায় ।"

মই দিয়া বিস্কুট হু মই মায়াৰ গলধনৰ পৰা সোণালী চুলিখিনি আঙুলিৰে লিৰিকি বিদাৰি ক'লোঁ ঃ "মায়া, মোৰ শোৱা কমটোত থোৱাগৈ । মাহীটিয়ে তাতে খাব ।"

অহল্যা আৰু মায়া মোৰ কমটোত সোমালগৈ । মোৰো যাবৰ ইচ্ছা হৈছিল, কিন্তু দুই এজন ভোটাৰ আহি আছে । বিশেষকৈ গাঁৱৰ মানুহৰ আগত বিসদৃশ লাগিব । অন্ততঃ অহল্যাৰ কাৰণে । গতিকে বাহিৰৰ গাম্ভীৰ্য্য ৰাখি চিগাৰেট জ্বলাই লৈ থিয়া-থিকৈ থাকিলোঁ ।

আটাইকেইজন পোলিং অফিচাৰে চাহ-চিগাৰেট-তামোল খাই আকৌ নিজ নিজ ঠাইত বহিলহি । মানুহৰ হেঁচা কম পৰোঁতেই এজন পোলিং অফিচাৰে পোলিং বুথ তৈয়াৰৰ এখন কাল্পনিক বিল তৈয়াৰ কৰি মোক দিলেহি । বাঁহৰ খৰচ, ত্ৰিপাল আদি কঢ়িওৱা খৰচ, চাৰিটামান হাজিৰা লগোৱা খৰচেৰে বিলৰ সংখ্যাটো বেছ মোটা হৈ পৰিছিল । সি মোক ভাল লগাবৰ কাৰণে ক'লেহি, 'কাৰোবাৰ দুটামান টিপচহী লোৱাৰ ব্যৱস্থা কৰিব লাগিব !' এনেবিলাক ব্যৱস্থা একো নতুন নহয়, টুৰবিলাকত টি-এ দেখুৱাওঁতে এনে বহুত ফাং-ফুং চলে, তথাপি আজি মোৰ মনটোলৈ হঠাৎ ধিক্কাৰ আহি গ'ল। অহল্যাই যেন এইমাত্ৰ বুজিব পাৰিলে মই কিমান নীচ মনৰ মানুহ, মই টকাৰ লোভত

কেনেদৰে ফলছ্ বিল কৰিব পাৰোঁ ।(অহল্যাই প্ৰকৃততে এইবিলাক একো ভু নাপায়)। বিলখন টানি লৈ টুকুৰা টুকুৰকৈ ফালি পেলালোঁ ।

অহল্যাও নিজৰ চকীত বহিছিলহি । মায়া কাষতে থিয় হৈ ভিতৰৰ পৰা অহা কিবা এটা কথা থোন্‌থোনাই আছিল ।

দহ-পোন্ধৰ মিনিটলৈ ভোটাৰৰ চুলি এডালো দেখিবলৈ নাইকিয়া হ'ল। গ্ৰাহক নহা ডাঙৰ দোকান এখনত ৫।৬ জন হেলছ্‌মেন, মুনিব, মহাজন, আটাইবোৰে ইজনে সিজনৰ মুখলৈ চাই বহি থকাৰ দৰে হ'ল আমাৰো অৱস্থা ।তাৰ মাজত মায়া হ'ল পইচা নোহোৱা গ্ৰাহক, যি গাঁথৰ পিছত গাঁথ ব্লাউজপিচকে চাই যায় আৰু এটাও পচন্দ নহ'ব।

অৰ্থাৎ মায়াই মাহীয়েকক থোন্‌থোনাই আছে তাইকো ভোট দিবলৈ দিব লাগে।

পোলিং অফিচাৰকিজনে মায়াক আবৰি ধৰি এজনে মিছা-মিছিকৈ ভোটাৰ নম্বৰ সুধিছে, এজনে নাম ঠিকনা সুধিছে, এজনে বয়স সুধিছে আৰু পিতাৰ নাম সুধিছে। মায়াই স্বাভাৱিক লাজেৰে কেবাবাৰো এগ্নিলেটৰ টিপিলে এবাৰ গৰ্জন কৰি আকৌ নিস্তব্ধ হৈ যোৱা হেকেগুহেগু গাড়ী এখনৰ দৰে এবাৰ একোটা উত্তৰ দি আকৌ নিমাত হৈ যায় । দেউতাকৰ নামটো যেতিয়া সুধিলে, তেতিয়া সেন্দুৰীপামৰ এই বিৰাট গাঁওখনত মাত্ৰ দুজনৰ অন্তৰতহে বহুতো ডিজেল ইঞ্জিনে একেলগে গৰ্জন কৰি যেন কান্দোনৰ সুৰত বৈ গ'ল । মোৰ সেই অৱস্থাই হৈছিল; আৰু অহল্যাৰ জানো হোৱা নাছিল ?

ইয়াৰ পিছত আৰু মানুহ জীয়াই থকাৰ কিবা অৰ্থ থাকে নে ? মায়া জীয়াই থকাৰ কিবা অৰ্থ আছে নে ? হঠাৎ মোৰ মনটোত এটা খুন্দা লাগি গ'ল, মায়া যদি মৰি যায় ? এই ৰুগ্ন স্বাস্থ্যৰ, ক্ষীণ দেহৰ শেঁতা মুখৰ ছোৱালীজনী এদিন যেতিয়া গাভৰু হ'ব, মনৰ মাজত নতুন নতুন স্বপ্ন আৰু কল্পনাৰ সৃষ্টি হ'ব, তেতিয়াই আইনৰ দ্বাৰা নিষিদ্ধ কোনো কিতাপৰ দৰে ভদ্ৰসমাজলৈ দিনৰ পোহৰত মায়া আহিব নোৱাৰিব । অৱশ্যে তেনে কিতাপ পঢ়োতাৰ সংখ্যাই বেছি ।

সহানুভূতি, দয়া, কৰুণা আদি ভাববোৰ মোৰ দেহৰ ভিতৰত থকা বস্তুৱে আছিল নে সেন্দুৰীপামৰ বতাহত আছি সেইবিলাক মোৰ হাওঁফাওঁত সোমালহি ? দুদিনৰ কাৰণে মই আহিছিলোঁ এই ঠাইখনলৈ অতি আকস্মিকভাৱে, তাতে আকৌ সাত বছৰৰ আগৰ অতীত এটাৰ লগত এনেকৈ মুখামুখি হোৱাৰ কিবা বৈজ্ঞানিক ব্যাখ্যা থাকিব পাৰে নে? মানুহৰ জীৱনত ঘটা ঘটনাবোৰ এবাৰ মাত্ৰ ঘটি যায় নে একোটা ঘটনাই বেলেগ বেলেগ ৰূপত ঘূৰি ঘূৰি জীৱনত তাৰ বিভিন্ন সাজেৰে প্ৰকাশিত হৈ থাকে? তাহানি বি.এ.ত ফিল'ছফি মোৰ আছিল, কিন্তু সেয়া আছিল পৰীক্ষা পাছ কৰা বিষয়।

ফিল'ছফি পঢ়া আৰু ফিল'ছফাৰ হোৱা দুটা বেলেগ কথা । ফিল'ছফাৰ হোৱা মোৰ তেজত নাই । কিন্তু এই মুহূৰ্তত মোৰ যোৱা সাত বছৰৰ জীৱনটো অস্পষ্ট ধোঁৱাময় হৈ জাবকালিৰ খিলঙৰ দৰে হৈ পৰিছে । আৰু মই নিজে নিজৰ ওচৰত স্পষ্ট, উজ্জ্বল, মুক্ত মানুহ, মোৰ নাই চৰকাৰী চাকৰি, পদমৰ্য্যদা, ল'ৰা-তিৰোতা কোনো নাই, মই সাত বছৰৰ আগৰ চফল ডেকা এজন, নতুন স্বপ্ন, নতুন কল্পনাৰ দুৱাৰডলিত ।

তথাপিও মায়া যে থাকিবই লাগিব, মায়া ক'ত থাকিব ? অতৰ্কিতে মোৰ সোঁহাতৰ তৰ্জনী আৰু বুঢ়া আঙুলিৰ আগ দুটা সংযুক্ত হৈ পৰিল, "অকণমান ঠাই ।"

মায়াই যে কৌতুকেৰে হ'লেও কিবা এটা বুজিব পাৰিছে, তাই এজনী তোলনীয়া ছোৱালী । যেতিয়া সেই বুজাৰ কৌতুকখিনি আঁতৰি যাব, তেতিয়া তাইলৈ থাকিব কি ? পিতৃ-মাতৃ পৰিচয়হীনা এজনী তোলনীয়া ছোৱালী ।

মই ইমান সময় মায়াক লৈ সকলোৱে আৰম্ভ কৰা বং ধেমালিখিনিকে ক্ষমা কৰা যেন দেখুৱাই আছিলোঁ ।এইবাৰ অন্তৰত ওকন্দি উতলি পৰা আবেগখিনি অতি কষ্টেৰে সংযত কৰি মায়াৰ চুলিকোছাত হাত বুলাই বুলাই ক'লোঁ, "মায়া, এইবাৰলৈ তুমি মিছা-মিছিকৈয়ে ভোট দিয়া, আগলৈ যেতিয়া ডাঙৰ হ'বা তেতিয়া সঁচা-সঁচিকৈ ভোট দিব পাৰিবা ।

মায়াই কেৰাহিকৈ অহল্যাৰ ফালে মুখ কৰি ক'লে, "ই মাহীটিয়ে মোক ডাঙৰ হ'ব নালাগে বুলি কৈছে । কয় বোলে ডাঙৰ হ'লে মানুহৰ বহুত কষ্ট হয়, বহুত কথা ভাবিব লাগে ।"

সকলোৱে গিৰ্জনি মাৰি হাঁহি দিলে । অহল্যাৰ মুখলৈ তেজৰ এটা সোঁত বৈ গ'ল । তথাপি অহল্যায়ো যোগ দিলে ।

"ঠিকেই কৈছে মাহীটিয়ে মায়া, তুমি কেতিয়াও ডাঙৰ নহ'বা ।" মই পিঠিত থপৰিয়াই দি ক'লোঁ ।

অহল্যাই ফ্লাস্কটো মায়াৰ ডিঙিত সাৱধানে ওলোমাই দি ক'লে, "বেছ, এতিয়া তেনে ভাল ছোৱালীজনীৰ দৰে ঘৰলৈ যোৱাগৈ । সোনকালে ভৰি হাত ধুই চাফা হৈ থাকিবা ।"

মায়াই বিনা প্ৰতিবাদে যাবলৈ ওলাল । মই অলপ আগবাঢ়ি ক'লোঁ, "মায়া ববমাক (হেড্‌মিষ্ট্ৰেছক) ক'বা, আমি আজিয়ে যাম, সোনকালে ভাত খাম ।"

মায়া গুচি গ'লগৈ ।

দুই এজন মানুহ আকৌ ওলালহি । তেওঁলোকৰ পিছত আৰু বহুত সময় নাই ।

মই সেই কাৰণে ইলেকচন ভিতৰে ভিতৰে বন্ধ কৰি হিচাপ-নিকাচ আৰু অন্যান্য বিৰক্তিকৰ আনুষঙ্গিক কামবোৰ কৰিবলৈ ঠিক কৰিলোঁ । স্থানীয় ইজন অফিচাৰকো প্ৰাপ্যখিনি দি যাবলৈ দিলোঁ । অহল্যাকো সোনকালে পঠিয়াই দিলোঁ, যাতে আমাৰ খোৱাৰ যোগাৰত হেড্‌মিষ্ট্ৰেছক সহায় কৰিব পাৰে । অদ্ভুত সংকোচেৰে অহল্যাই চহী কৰি মোৰ পৰা চৰকাৰী পাওনাখিনি ল'লে । মই বুজাই ক'লোঁ যে এয়া যিহেতু চৰকাৰী ধন, মোৰ নহয়, গতিকে নহ'লেহে মোৰ বিপদ বেছি ।

ইলেকচন বন্ধ হোৱাৰ নিৰ্ধাৰিত সময় ৪.৩০ বজালৈকে হিচাপ-নিকাচ কৰি, বিভিন্ন সৰু-বৰ পেকেটবিলাক নিৰ্দেশমতে ছীল মোহৰ মাৰি, অৰ্থাৎ অব্যৱহৃত ভাৱত ব্লেডলৈকে সুকীয়া পেকেট কৰি, সাৱধানে বেলট্ বক্সকিটা ছীল মোহৰ মাৰি বন্ধ কৰাৰ পিছত মুখ হাত ধুই অলপ সময় বিচনাত এনেয়ে বাগৰ দিলোঁ । এওঁলোকক সোনকালে খোৱা-বোৱাৰ যোগাৰত লাগিবলৈ ক'লোঁ । স্কুলৰ চাবি ঘূৰাই দিয়া, লোকৰ পৰা অনা বাল্টি, দা, মৈদাজাতীয় বস্তুবোৰ ঘৰা-ঘৰি ওলোটাই দিয়া আদি কামৰ জঞ্জাল মাৰিবলৈ ভাগে ভাগে লগাই দি বিচনা আদি বন্ধালোঁ । যদি মই তাত থাকোঁতেই মটৰ আহি যায়, তেনেহ'লে তাতে মটৰত উঠি উভতি যাওঁতে বস্তুবোৰ তুলি লৈ যাম ।

সন্ধিয়াৰ আন্ধাৰৰ আগে আগে গৈ অহল্যাৰ পদূলি পাৰ হৈ ৰাজখোৱাৰ চেম্টাৰ পালোঁগৈ । ৰাজখোৱাকো ভাত খাবলৈ মাতিছিল, কিন্তু ৰাজখোৱাই চুলি-মূৰ থিয় কৰি অদ্ভুত মূৰ্তি ধৰি থিয় হৈ আছে আৰু চাৰিওফালে সতৰ্ক সতীৰ্থবৃন্দই তেওঁক বেঢ়ি আছে । অৰ্থাৎ অঙ্কমতে বেলটৰ সংখ্যা নিমিলে । মই ভুলটো ধৰিব পাৰি হো-হোৱাই হাঁহি দিলোঁ, ক'লো, "ৰাজখোৱা, অঙ্ক আৰু বেলট পেপাৰ দুটা বস্তু । আপুনি বেলট পেপাৰৰ শেষৰ নম্বৰটোৰ পৰা আৰম্ভণিৰ নম্বৰটো বিয়োগ কৰাত যিটো বিয়োগফল হ'ল, সি অঙ্ক অলৰাইট । কিন্তু বেলট পেপাৰৰ সংখ্যা তাতকৈ বেছি । গতিকে একচুৰেল সংখ্যাটোৰ পৰা আৰু এটা সংখ্যা বেছি ধৰি তাৰপৰা আৰম্ভণিৰ সংখ্যাটো বিয়োগ কৰিব লাগিব ।"

ৰাজখোৱাই তেতিয়াহে এটা মিক্‌চাৰ জ্বলাই ল'লে । চিএৰি উঠি ক'লে, "দেখিছে নে কাকতি, এই সামান্য কথাটোকে নাজানি আমি আটাইকেইজন ঘৰ্মাক্ত । অঙ্ক আৰু জীৱন একেটা বস্তু নহয়, মই তাকে এওঁলোকক কৈ আছোঁ ।"

"অঙ্ক আৰু জীৱনৰ ফিল'ছফি বাদ দি বাকী কাম হ'ল নে ? 'আনইউজড' ভাৱত ব্লেডৰ পেকেট কৰিলে নে ? ফৰ্মখন ফিল আপ কৰিলে নে ? টেণ্ডাৰ ভোট আদিৰ পৰা জঞ্জাল ৰাখিছে নেকি ? সবালৰি কৰক, কাৰণ সোনকালে ভাত খাই ওলাব লাগিব ।"

ৰাজখোৱাই বাকীবিলাকক ভাত-পানী সোনকালেই খাই আহিবলৈ পঠিয়াই দিলে। তেওঁলোকৰ দুজন উভতি আহিব, বা পুলিচটোকে পঠিয়াই দিব, তেতিয়া পুলিচটোক থৈ ৰাজখোৱা ভাত খাবলৈ যাব। সেইটোকে বন্দোবস্ত কৰি মই হেড্‌মিষ্ট্ৰেছৰ ঘৰলৈ অকলে গুচি আহিলোঁ।

বুঢ়াই কাপোৰ-কানি লৈ জুহালৰ ওচৰত আগদিনাৰ দৰে বহি আছিল। বুঢ়াৰ গা অসুখ, পানীলগা, জ্বৰ জ্বৰ ভাব, শুয়ে থাকিলহেঁতেন, আমাৰ কাৰণে অপেক্ষা কৰিব লগা হৈছে। হেড্‌মিষ্ট্ৰেছে মই অহা বুলি জানিব পাৰি লৰালৰিকৈ চাহ একাপ আৰু অলপ খোৱা বস্তু লৈ আহিল।

বৰ পৰিচিতৰ দৰে তেখেতে আজি কথা আৰম্ভ কৰি দিলে ঃ "মই আবেলিৰ পৰাই, মায়া ৰোৱাৰ পিছতে ৰন্ধা-বঢ়াত লাগিছোঁ। দেউতাৰো গা ভাল নহয়, আৰু মায়াৰো তাৰ পৰা আহিয়েই গা অসুখ। অসুখ কি জ্বৰেই উঠিল। অহল্যা এবাৰ তাইৰ লগত, এবাৰ পাকঘৰত মোৰ লগত এপাক সহায় কৰি যায়হি।"

মই সুদা চাহকাপ খাবলৈ লৈ, খবৰবিলাক শুনি নিজকে দোষী দোষী লাগি গ'ল। ইচ্ আচ্‌কৈ ক'লোঁ, "আপোনালোকে মিছায়ে কষ্টখিনি গোটাই ল'লে, আজি আমাক ভাত নুখুওৱা হ'লেও হ'লহেঁতেন।

বুঢ়া আৰু বোৱাৰীয়েক দুয়ো একেলগে প্ৰতিবাদ কৰি উঠিল। এইবিলাক সাংসাৰিক জীৱনৰ সাধাৰণ কথা, আমাকতো আৰু কেতিয়াও নাপায়।

মই চহৰীয়াক বিচনাত শুই থাকিবলৈ অনুৰোধ কৰিলোঁ ঃ "মায়াৰ ওচৰত ময়ে থাকিব পাৰোঁ, অহল্যাই ৰন্ধা-বঢ়াত সহায় কৰকহি। মায়াৰ জ্বৰ হঠাৎ উঠিল যে ?"

"তাইৰ তেনেকুৱাই, অকণমান ঠাণ্ডা লাগিলেই হ'ল। টনচিল আছে নহয়।' — হেড্‌মিষ্ট্ৰেছে মোৰ কথাৰ উত্তৰ দি শহুৰেকৰ ফালে চাই ক'লে, "দেউতা নহ'লে শোবকোঁগৈয়ে, তেখেত মায়াৰ ওচৰলৈ যাওক। মায়ায়ো তেখেতক বৰ ভাল পায়, ওচৰত থাকিলে ভালেই পাব।"

বুঢ়াই কোনো আপত্তি নেদুখুৱালে। মই ওচৰৰ বটাটোৰ পৰা তামোল এখন মুখত ভৰাই থিয় দিলোঁ। মায়াকেই নহয়, অহল্যাক পাম, অহল্যাৰ কমটো পাম, এনে এটা অস্থিৰ পুলক মই অনুভৱ কৰিলোঁ গোটেই দেহাত।

সেই ৰহস্যময় দুবাৰখনৰ ওচৰত থিয় দি মই শুনিলোঁ, অহল্যাই মায়াক কৈছে, অলপ চকুহাল মুদি টোপকা মাৰি থাকিবলৈ। "চোৰাচোন, মুৰৰ বিষ ভাল পাবা, টোপনিও আহিব।"

মই সৰুকৈ কাহ এটা মাৰি মাতিলোঁ, "মায়া ?" লগে লগে বাঁহ আৰু ঢাৰিৰে সজা বহল দুৱাৰখন লাহেকৈ ঠেলি দিলোঁ। দুৱাৰখনে অদ্ভুত ধৰণে কেৰকেৰাই উঠিল আৰু কিয় জানো মোৰ বুকুখনে ক'ৰবাত ধপ্ ধপাই উঠিল। দুৱাৰখনৰ যেন ক'ৰবাত বিষাই থকা বা ফোঁহা এটাতহে মই অতর্কিতভাৱে হাত দি দিলোঁ।

দুৱাৰমুখৰ কমটোতে এখন বিচনাত মায়া শুই আছে আৰু মূৰ শিতানৰ ফালে এখন টেবুলত হাৰিকেন লেম্প এটা অলপ কমাই জ্বলাই থোৱা আছে। মূৰৰ শিতানৰ বিচনাৰ কাষতে সৰু মুঢ়া এটাত অহল্যা বহি মায়াৰ মূৰটো পিটিকি আছিল। মই যোৱাৰ লগে লগে চক্ খোৱাৰ দৰে থিয় হ'ল আৰু লেম্পটো অলপ বেছিকৈ জ্বলাই দিলে। লেম্পৰ পোহৰত কোঠাটো জিলিকি উঠিল। বিশেষত্বহীন কোঠা এটা, এখন খিৰিকীত সাধাৰণ এখন পৰ্দা, যেৰত এখন কেলেণ্ডাৰত কৃষ্ণৰ মাখন চুৰি কৰাৰ ছবি। ভিতৰৰ কমটোলৈ সোমাই যোৱা দুৱাৰখনত এখন নতুন প্ৰীণৰঙৰ পৰ্দা ওলমি আছে।

"হঠাৎ মায়াৰ অসুখ বুলি শুনিলোঁ, কেতিয়া কেনেকৈ ? শুনি ইমান বেয়া লাগিছে।" ভিতৰৰ দুৱাৰমুখৰ ফালে আঁতৰি থিয় হৈ থকা অহল্যালৈ চাই মই ক'লোঁ আৰু অহল্যাই এৰি যোৱা মুঢ়াটোতে মায়াৰ ওচৰ চাপি বহি পৰিলোঁ।

"তাইৰ তেনেকুৱাই, অলপ ঠাণ্ডা লাগিলেই জ্বৰ হয়, টনচিল আছে নহয়," দুৱাৰৰ পৰ্দাখন হাতেৰে ছুই ছুই অহল্যাই উত্তৰ দিলে।

মায়াৰ কপালখন ছুই চালোঁ বেছ জ্বৰ উঠিছে, লাহে লাহে কপালখন পিহি দিবলৈ ধৰিলোঁ। কুম দুটাত আঙুলি দি চালোঁ, হাতুৰি মৰাদি মাৰিছে।

"ভিক্স্ বা তেনে কোনো বস্তু আছে নে ?"

"আছিল, এতিয়া শেষ হ'ল। বাকচৰ ভিতৰত এটা থাকিব লাগিছিল, বিচাৰিবলৈ সময় পোৱা নাই।"

"চোৱাচোন বিচাৰি" বুলি অহল্যাক কৈ কুম দুটা লাহে লাহে মালিচ কৰিবলৈ ধৰিলোঁ। হঠাৎ মনত পৰিলে মোৰ জেপতে ডাক্তৰি টেব্‌লেট আছে— মূৰৰ বিষ ভাল পাব আৰু জ্বৰো কমিব। ভিতৰলৈ যোৱা অহল্যাক মাত দি ক'লোঁ, "শুনাচোন অহল্যা, ডাক্তৰি টেব্‌লেট মোৰ হাতত আছে, মূৰৰ বিষ নাইকিয়া হ'ব আৰু জ্বৰো কমিব। খুৱাই দিম নে ?"

অহল্যা ভিতৰৰ পৰা ওলাই আহি কথাখিনি শুনিলে। "দেউতাই এইবিলাক পিল-চিল খুউৱা ভাল নাপায়। বেমাৰ বোলে নিজে নিজেই ভাল হ'ব। নহ'লে কবিৰাজী বা হোমিওপ্যাথী খুৱাব লাগে।" কিয় জানো 'দপ' কৰে মোৰ ভিতৰখন জ্বলি উঠিল।

এই বুঢ়াবোৰ, নাই ইহঁতৰ বৈজ্ঞানিক দৃষ্টিভঙ্গী, অন্ধ কু-সংস্কাৰেৰে ভৰা ইহঁতৰ মন। বাহিৰত খংটো প্ৰকাশ নকৰি ক'লোঁ, "কবিৰাজী, হোমিওপ্যাথী হ'লা দেৱাই নহয় ? বাদ দিয়া সেইবিলাক কথা, গৰম পানী একাপ আনা, মই এটা খুৱাই দিওঁ, ৰাতি আৰু এটা, নোৱাৰিলে কাইলৈ দিনটোত তিনিটা খুৱাবা ।"

ওচৰতে ঘটি এটাত গৰম পানী ঢাকি থোৱা আছিল । অহল্যাই কাপ এটাত বাকি দিলে। এবাৰ মোৰ হাতৰ ঠাৰিত অহল্যাৰ হাতৰ ঠাৰিটো লাগি গ'ল । ঠাইখিনিত যেন গলা মম এটোপহে পৰিল । অহল্যাৰ ফালে এবাৰ কেৰাহিকৈ চাবৰ চেষ্টা কৰিলোঁ, কিন্তু কি আচৰিত, এইবাৰ চাব নোৱাৰিলোঁ ।

"তুমি তেনেহ'লে যোৱা, বাইদেৱেৰাক সহায় কৰাগৈ; মই মায়াৰ ওচৰত থাকিম।" আচৰিত কথা, যি সময়ত অহল্যাৰ ওচৰত থাকিবলৈ অন্তৰখনে কাউবাউ কৰিছিল, সেই মুহূৰ্তত মুখেৰে মই অহল্যাক কৈ দিলোঁ আঁতৰি যাবলৈ ।

মায়াই চকুহাল মুদি আছিল । মই লাহেকৈ মূৰটো তুলি লৈ মায়াক টেব্‌লেটটো খাবলৈ দিলোঁ ।

"তিতা নেকি ?"

"নাই, তিতা নহয়, তুমি পানী অলপ লৈ গিলি দিয়া । মই দুফাল কৰি দিছো।"

মায়াৰ কথাবিলাক অস্থিৰ হৈ ওলাইছিল, বোধহয় জ্বৰ বেছি হোবাৰ কাৰণে।

অহল্যা গুচি গ'ল ।

মই মায়াক আকৌ শুৱাই দিলোঁ ।

"লেমটো কমাই দিয়ক, পোহৰত চকুবিলাক কিবা লাগে ।"

লেমটো কমাই মাটিত থ'লোঁ ।

মায়াৰ কপালখন পিহি পিহি থাকি এবাৰ ক'লোঁ, "এতিয়াই তোমাৰ জ্বৰ ভাল হৈ যাব, তাৰ পিছত তোমাৰ স্কুল বন্ধ হ'ব নহয় ? তেতিয়া তোমাক শ্বিলঙলৈ লৈ যাম আৰু টনচিলটো কটাই দিম । তোমাক জলপ্ৰপাত দেখুৱাম ।'

"ই মই কাটিবলৈ নিদিওঁ । ডাক্তৰে বোলে ডিঙিটো কাটি দিব । মই মৰি নাযাম নেকি ?" মায়াৰ কথাবিলাক অস্বাভাৱিকভাৱে খৰ ।

"ধেৎ আকৌ ? কোনে কৈছে তোমাক টনচিল অপাৰেচন কৰিলে মানুহ মৰে বুলি ?"

"ই মাহীটিয়ে কৈছিল মানুহ মৰি যায় বুলি ।"

"পাগলী, মিছা কথা। মই থাকিম, তোমাৰ মাহীটি থাকিব, মা-দেউতাও থাকিব, কিহৰ ভয়? তাৰ পিছত যিহে ধুনীয়া জলপ্ৰপাত, পানীবিলাক যেনেকৈহে ওপৰৰ পৰা হৰহৰাই পৰি থাকে, বগা বগা ফেন উঠে, ঢউ উঠে, যেন মায়াৰ নিচিনা দুষ্ট ছোৱালী কেইজনীমানে লুকাভাকু খেলি লৰি ঢাপৰি ফুৰিছে। মই তোমাক একেবাৰে জলপ্ৰপাতৰ ওচৰলৈ লৈ যাম, একেবাৰে শিলকেইটাৰ ওচৰলৈ। তাত যেনেকৈ যন্ত্ৰ এটা চলি আছে, তাৰ পৰা বিজুলী শক্তি ওলাই সকলোতে পোহৰ দি দিয়ে।"

মায়াৰ মুখখন ৰঙা পৰিছিল, চকু দুটা উজ্জ্বল আৰু চোকা হৈ পৰিছিল। তীব্ৰ চাৱনিৰে মোলৈ চাই তাই কথাবোৰ শুনি গৈছিল।

"মই বাৰু পানীখিনিৰ ওপৰেদি পিছলি-চোঁচৰি নামি আহিব পাৰিম নে?"

"আঁ — নোৱাৰি নহয়।"

"যদি নাও এখনত উঠি।"

"আঁ কেনেকৈ? নোৱাৰি নহয়।"

"ই তেনেহ'লে মই কাগজৰ নাও এখন ওপৰৰ পৰা পেলাই দিম।"

"ওঁ সেইটো বাৰু হ'ব, এতিয়া তুমি শোৱা দেই। অলপ পিছতে জ্বৰ কমিব আৰু টোপনি আহিব।"

বহুত সময় মূৰত হাত ফুৰাই দি থাকোতে মায়া শুই পৰিল। মায়াৰ গাত কাপোৰ ভালদৰে ঢাকি দি ওলাই থকা হাতখন কাপোৰৰ তললৈ সুমুৱাই দিলোঁ। ভৰিৰ ফালে হাত দি চালোঁ — ভৰিৰ তলুৱা দুখন যেন সমানে গৰম হোৱা নাই। মূৰটো অলপ অলপ বিচি দিব পৰা হ'লে ভাল আছিল; কিন্তু চাৰিওফালে চকু ফুৰালো বিচনী এখন দেখা নাপালোঁ। জাৰকালি বিচনী নাথাকিবই, কিবা ডাঠ কাগজ, আলোচনী এখন হ'লেও হয়।

কিজানি ভিতৰৰ কমটোত কিবা পাব পাৰোঁ। সিটো যে অহল্যাৰ শোৱনি কোঠা। অহল্যাৰ শোৱনি কোঠাটোলৈ মই অকলে সোমাই যাম? হঠাৎ অহল্যাৰ স্পৰ্শ লগা ঠাইডোখৰ গলা মম লগাৰ দৰে পুৰিবলৈ ধৰিলে। লাহে লাহে সেই পোৰণিটো গোটেই গা বিয়পি পৰিল, দেহৰ ভিতৰলৈ নজ্বলা অথচ প্ৰদাহযুক্ত জুই একুৰাৰ দৰে ব্যাপ্ত হৈ পৰিল। বহুত বছৰৰ আগৰ, সাত-আঠ বছৰৰ আগৰ, বহুদিনৰ জীৱনজোৰা এটা প্ৰদাহ।

কি আচৰিত মানুহৰ মন। মোক লাগে এখন বিচনী, এজন ৰোগীক সকাহ দিবলৈ। তাৰ বাহিৰে মইতো একো বিচৰা নাই। মই নিশ্চয় অহল্যাৰ কোঠাটোলৈ

সোমাই যাব পাৰোঁ। অহল্যাতো জাত নাই। মইতো চোৰ নহওঁ, অহল্যাৰ মই একো চুৰ নকৰোঁ, একো চুৰ কৰিবলৈ সোমোৱা নাই।

অতি কষ্টেৰে এবাৰ মূঢ়াটোৰ পৰা থিয় দিলোঁ। থিয় দিলোঁ যেতিয়া মোৰ সাহস বাঢ়িল। লাহেকৈ পৰ্দাখন হাতেৰে একাষৰীয়া কৰি মূৰটো সুমুৱাই দিলোঁ। ভিতৰৰ ফালে বেৰৰ কাষলৈ, বিচনাখনৰ কাষত এখন টেবুলৰ ওপৰত টেবুল লেম্প এটা ক্ষীণভাবে জ্বলি আছে। মিহি ফুলাম আবৰণী এখনে লেম্পটোক শ্বেড্ দিছে। ওচৰৰ টেবুলখন আৰু বিচনাৰ শিতানৰ ফালৰ কিছু অংশ মাত্র লেম্পটোৰ পোহৰে জিলিকাই ৰাখিছে। সাধাৰণ কমটোৰ সাধাৰণ টেবুলখন ইমান নিখুঁত আৰু নিমজ যেন লাগি গ'ল। আচৰিত, বিচনাত ধুনীয়াকৈ পাৰি থোৱা আছে সেই দামী উজ্জ্বল ৰঙৰ বেড্‌ক'ভাৰখন। মোৰ ভিতৰৰ পৰা মানুহ এটা ওলাই জাঁপ মাৰি গৈ, ল'ৰা-ছোৱালীয়ে ৰাতি খাই-বৈ জাঁপ মাৰি বিচনাত উঠাৰ দৰে গোটেই বিচনাত বাগৰিবলৈ ধৰিলে। বাগৰি বাগৰি বিচনাখনৰ অদৃশ্য নিৰ্য্যাসখিনি, মৌমাখিয়ে ফুলৰ ৰস শোহাৰ দৰে, নিজৰ গালৈ সেই মানুহটোৱে যেন সুমুৱাবলৈ ধৰিলে। এতিয়া আৰু পিছহোঁহকা মৰাৰ কোনো অৰ্থ নাই। মই যাবই লাগিব আৰু সৌ টেবিলৰ ওপৰত কিবা এখন আলোচনী দেখিছোঁ, তাৰেই মায়াক বিচিব পাৰিম।

কিবা এখন হিন্দী আলোচনী। ওপৰৰ কিতাপ-কাগজবিলাক আঁতৰাই সাৱধানে আলোচনীখন তুলি লৈ বস্তুবিলাক আকৌ আগৰ দৰে চিজিল কৰি ৰাখিলোঁ। টেবিলৰ ওপৰৰ ষ্টেণ্ডত এখন গ্ৰুপ ফটো আছে, কিজানি মোৰো আছে। কিন্তু ফটোখন চাবলৈ সময় নাই, সাহস নাই।

এই ধুনীয়াকৈ পাৰি থোৱা বিচনাখন সাধাৰণ এখন বহল খাট, পালেং নহয়। কিন্তু ইমান চিকুণ, নিমজ, শীতল, উমাল হু এই বহল বিচনাখনত মায়া আৰু অহল্যা শুই থাকে।

আৰু এজনৰ কাৰণে ইয়াত তথাপিও যথেষ্ট ঠাই থাকি যায়। মোৰ গাৰ নোমৰ বিন্ধাইদি যেন অসংখ্য খুতৰীয়াৰ মিহি হুল সোমাই গ'ল। মৃদু যন্ত্ৰণাৰে সেইবিলাকে যেন এটা চেনচেচন, এটা স্পৰ্শ বেদনাৰ সৃষ্টি কৰিলে, সকলোৰে মোক টানি টানি কাষলৈ আৰু কাষলৈ লৈ গ'ল। উজ্জ্বল বেড্‌ক'ভাৰেৰে ঢাকি থোৱা বিচনাখনৰ ওপৰত মোৰ মুখখন গুঁজি দিলোঁ, নাকটো ঘঁহি দিবলৈ ধৰিলোঁ। হাতেৰে অ'ত-ত'ত খামুচি ধৰিলোঁ, এই বিচনাখন মই লৈ যাম, তাৰ গন্ধ, স্পৰ্শ, শীতলতা আৰু উমখিনি কঢ়িয়াই লৈ যাম গাৰ ভিতৰলৈ।

তৎক্ষণাৎ থিয় দিলোঁ । ক'ৰবাত মানুহৰ খোজৰ শব্দ । ঘৰটো ভালদৰে লিপা-পোছা, চূণ দিয়া, খিৰিকী বন্ধ, কেনিও অকণো সুৰুঙা নাই । তথাপি যেন কৰবাৰ অদৃশ্য সুৰুঙাইদি এযোৰা চকুৱে মোৰ সকলোবিলাক কাৰ্য্য চাই আছে । লৰালৰিকৈ বাহিৰলৈ ওলাই আহি মায়াৰ ওচৰত বহি বিচিবলৈ ধৰিলোঁ ।

অলপ সময় বিচাৰ পিছত, পেনটো উলিয়াই আলোচনীখনৰ এচুকত মোৰ নাম ঠিকনাটো লিখি পেলালোঁ । এনেতে বাইজনী আহি খোৱাৰ সময় হোৱা বুলি জনালে, মই মায়াৰ ওচৰত থাকিবলৈ দি লৰালৰিকৈ ৰাজখোৱাক মাতিবলৈ গ'লোঁ ।

পুলিচটো বা আন কোনো আহি নোপোৱাত ৰাজখোৱা বিপদত পৰিল । মই তলা মাৰি থৈ তৎক্ষণাৎ ভাত খাই আহিবলৈ বুদ্ধি দিয়াত ঈশ্বৰৰ নাম লৈ ৰাজখোৱা মোৰ লগতে আহিল ।

আমি লৰালৰিকৈ খোৱাৰ টেবিলত বহিলোঁগৈ । ডাইনিং টেবিল নহয়, সাধাৰণ মেজ এখনতে খোৱাৰ ব্যৱস্থা কৰি দিছে, যাতে আমাৰ অসুবিধা নহয় । কিমান অসুবিধাৰ মাজত যে এইসাজ আহাৰ যোগাৰ কৰিছে, এনে এটা অস্থিৰ ভাবেৰে মই খাবলৈ বহিলোঁ । ৰাজখোৱাৰ সেইবিলাক চিন্তা নাই, কণা-ভুনাকৈ টপাটপ গিলি গৈছে, কেনেবাকৈ বেলট্ বন্ধ এটা হেৰালে, চুৰি হ'লে চাকৰি যাব, জীৱনো যাব ।

হেড্‌মিষ্ট্ৰেছ আৰু অহল্যাই খোৱা বস্তু কঢ়িয়াই আছে আৰু কেবাবিধো বস্তু তৈয়াৰ কৰিছে । মোৰ কিন্তু খোৱাৰ ইচ্ছা একেবাৰে নাইকিয়া হৈছিল আৰু দুটা তিনিটাকৈ ভাত লৈ মুখত সুমুৱাইছিলোঁ ।

হেড্‌মিষ্ট্ৰেছে নাৰীসুলভ মৃদু ভৎসনা আৰম্ভ কৰিলে । অহল্যাই কিন্তু একো মতা নাই । মই ক'লোঁ যে বন্ধা-বঢ়া সুন্দৰ হৈছে, মইহে লৰালৰি সময়ত একো খাব পৰা নাই, তাতে ডেখেতসকলৰ ইমান অসুবিধা, মায়াৰো জ্বৰ, ভাল লগা নাই ।

"একো লৰালৰি হোৱা নাই, লাহে লাহে খাওক । মই ভুলতে কোনো নাই কাৰণেহে লৰালৰি কৰিছোঁ । আপুনি খাই থাওক, মটৰ আহিলে মই মাত দিম আৰু গম পাবই নহয় । ৰাজখোৱাই এই সুবিধাতে কথাখিনি কৈ লৰালৰিকৈ উঠিল আৰু মোক ক্ষমা খুজি বাহিৰলৈ গৈ মুখ ধুলে । ওচৰৰ বটাটোৰ পৰা তামোল এখন মুখত সুমুৱাই হেড্‌মিষ্ট্ৰেছ আৰু অহল্যাক বহুত ধন্যবাদ জনাই কোঠাকুৰিকৈ ওলাই গ'ল ।

মই ওচৰতে থিয় হৈ থকা হেড্‌মিষ্ট্ৰেছৰ পাছফালে থিয় হৈ থকা অহল্যালৈ কেবাছিকৈ চাই ক'লোঁ, "মায়াৰ জ্বৰ অলপ বেছি, বিচিবলৈ বিচনী এখন নাপাই হিন্দী আলোচনী এখনকে পাই তাৰেই বিচি দিলোঁ । তুমি এবাৰ গ'লে ভাল হয় । অহল্যাই হঠাৎ চঁক

খোৱাৰ দৰে চকুহাল আৰু কপালখন অলপ কোঁচাই পেলালে। আলোচনীখন নিশ্চয় তেওঁৰ ভিতৰৰ টেবুলত আছিল, এই কথা নিশ্চয় তেওঁৰ ভালদৰে মনত আছে, মোৰ মনলৈ এই ভাব আহিল । অহল্যাই নিশ্চয় অনুমান কৰি পেলাইছে যে মই গোপনে তেওঁৰ ভিতৰ সোমাইছিলোঁ ।

হেড্‌মিষ্ট্ৰেছে অৱশ্যে আমাৰ মনৰ ভাব কি বুজিব হু তেওঁ হাঁহি ক'লে, "মায়াৰ জ্বৰ হ'লে তেনেকুৱা হয়েই । ৰাতি বৰ দিগদাৰ কৰে, অহল্যাৰ টোপনি খতি হয়। সৰু ল'ৰা-ছোৱালীৰ জ্বৰ অলপ বেছি হ'লেও ভয় কৰিবলগীয়া নাই । আপুনি লাহে লাহে ভাতকিটা খাওক ।" আৰু যেন কিবা এটা আনিব এনে এটা ভাব প্ৰকাশ কৰি হেড্‌মিষ্ট্ৰেছ ৰান্ধনি ঘৰলৈ সোমাই গ'ল ।

মই এই সুযোগতে অহল্যালৈ চালোঁ । মোৰ গোটেই গাটো জিকাৰ খাই উঠিল। দেহৰ গোটেই তেজবিলাক মুখলৈ উঠি আহিল । ডিঙিটো শুকাই গ'ল, একো বস্তুৱেই মুখত ল'বলৈ ইচ্ছা নোযোৱা হ'ল ।

"টনচিল অপাৰেচন কৰাব লাগে শ্বিলঙত । মই সকলো সুবিধা কৰি দিম ।" অহল্যালৈ নোচোৱাকৈ নিজকে কোৱাদি ক'লোঁ ।

অহল্যা নিমাত ।

আচাৰৰ আমলখি এটা মুখত লৈ চুপি চুপি তলমূৰ কৰিয়ে আকৌ ক'লোঁ, "ইয়াৰ ওচৰত আমলখি নাই নহয় ? এবাৰ দেখুৱাব লাগিছিল ।" তৎক্ষণাৎ, অন্যমনস্কতাৰ কাৰণে লজ্জিত হৈ এইবাৰ অহল্যাৰ মুখলৈ চাই ক'লোঁ, "নহয়, মানে ডাক্তৰৰ কথা কৈছোঁ ।"

"মায়াৰ কাৰণে ইমান ভাবিব নালাগে । আপুনি আজিহে পাইছে । মই এই ৬।৭ বছৰেই হ'ব এতিয়া, পাই আহিছোঁ । মই ভাবিম নহয় ।"

হঠাৎ মনটো আহত হৈ পৰিল । হেড্‌মিষ্ট্ৰেছ খোৱাবস্তুৰ প্লেট এখন লৈ সোমাই আহিল । মই লৰালৰিকৈ হাতত ঘটিটো লৈ থিয় দিলোঁ ।

"নাই, নাই আৰু নহ'ব দেই, মাফ খুজিছোঁ । আপোনালোকৰ মৰম চেনেহৰ ধাৰ সুজিব নোৱাৰোঁ । শ্বিলঙলৈ যাবই যাব । কিন্তু মোৰ ঘৰলৈ নিমন্ত্ৰণ জনালো ।"

মুখখন বাহিৰত ধুই আহি ঘটিটো থৈ বটাটোৰ পৰা তামোল এখন ললোঁ । বুঢ়াৰ ওচৰত আগতীয়াকৈ মাত লগাবলৈ গৈ দেখোঁ বুঢ়াৰ টোপনি । মনে মনে গুচি আহি বাহিৰত চিগাৰেট এটা জ্বলাই ল'লোঁ । ভিতৰত বাইজনীৰ মাত শুনি মায়াৰ ওচৰত কোন আছে বুলি সোধাত অহল্যা যোৱাৰ কথা ক'লে । মই হেড্‌মিষ্ট্ৰেছক ক'লোঁ যে

ময়ে মায়াৰ ওচৰত থাকি অহল্যাক পঠিয়াই দিওঁ, তেখেতসকলে খাই-বৈ আজৰি হ'ব পাৰিব ।

এবাৰ মই অহল্যাক পাবই লাগিব । অহল্যাক মই হাতেৰে ছুম, ভৰিত ধৰিম, ক্ষমা খুজিম অতীতৰ কাৰণে, আৰু কম বিয়া কৰাবলৈ ।

কিন্তু আচৰিত, এই মুহূৰ্তত মোৰ মনটোৱে বিদ্ৰোহৰ ধ্বনি তুলি চিঞৰি উঠিল। নাই, নাই, অহল্যাই বিয়া কৰাব নোৱাৰে, অহল্যাই আনৰ লগত এখন সংসাৰ গঢ়ি তুলিব নোৱাৰে । অহল্যাৰ সেই বিচনাখন খালী হৈ থাকক, খালী হৈ থাকক ।

আকৌ এটা চিগাৰেট জ্বলাই ল'লোঁ ।

মায়াৰ মূৰ শিতানত গালে-মুখে হাত দি অহল্যা বহি আছে । মায়া টোপনিত লালকাল। লেমটো ক্ষীণ হৈ জ্বলি আছে।

"অহল্যা ।"

অহল্যা চ্‌কমক্‌ খাই থিয় হ'ল । লেমটো আকৌ জ্বলাই দিলে । পিছত যাবলৈ ওলাল ।

"অহল্যা । অলপ পিছুতে গুচি যাম । তোমাক কিন্তু বহুত কথা ক'বলৈ থাকি গ'ল অহল্যা । শিলঙলৈ যাবা ? ... আৰু তুমি এখন সংসাৰ গঢ়ি তোলা অহল্যা । তোমাৰ সুখ দেখিলে সুখী হ'ম । (মিছা, মিছা, তেতিয়াহে মই অসুখী হ'ম। এতিয়ালৈকে মই সুখী, বেছি সুখী) । মটৰ আহিবৰ সময় হ'ল, মোক উত্তৰ দিয়া ।"

প্ৰথমে বৰ কষ্টেৰে শব্দবিলাক ওলাইছিল, পিছলৈ কিন্তু আবেগত তপত হৈ পৰিল শব্দবোৰ, কঁপিবলৈ ধৰিলে মোৰ মাত ।

বাইজনী সোমাই আহিল । অহল্যাক মাতিছে খাবলৈ ।

মই পানী এগিলাচ আনিবলৈ বাইজনীক আকৌ পঠিয়াই দিলোঁ ।

"সময় নাই অহল্যা, উত্তৰ দিয়া, মটৰ আহিব, বাইজনী আহিব এতিয়া, তেনেকুৱা ভুল কত হয়, কিমান ডাঙৰ ডাঙৰ পৰিয়ালৰ কত কাণ্ড জানো, কিমান তেনেকুৱা ছোৱালীয়ে নতুনকৈ সংসাৰ কৰি গৃহিণী হৈ ফুৰিছে । তোমাতকৈ ডাঙৰ আৰু গুৰুতৰ অবস্থাতো, আৰু তোমাৰতো সেইবিলাক একো নাই, একো তেনে চিন নাই ।"

উত্তেজনাত মই অহল্যাৰ ফালে আগবাঢ়ি যাব খুজিছিলোঁ । কিন্তু তৎক্ষণাৎ নিজক সংযত কৰি মায়াৰ ভৰিৰ পথানৰ ফালে গ'লোঁ। দুৱাৰখন আধা মেলা হৈ থাকি ভৰি - পথানৰ ঠাইখিনি আঁৰ কৰি পেলাইছিল ।

কাপোৰৰ তলেদি মায়াৰ ভৰিৰ তলুৱাত হাত দি ক'লোঁ, "এয়া চোৱাচোন, জ্বৰ অলপ কমিছে, চোৱাহিচোন" অৰ্থাৎ মই অহল্যাক সেইখিনিলৈ মোৰ কাষলৈ আহ্বান কৰিছিলোঁ । চকুৰে অহল্যাৰ ফালে চাই অৰ্থটো পৰিষ্কাৰ কৰি দিলোঁ যেন ।

অহল্যাই এক মুহূৰ্ত কি ভাবি, এখোজ-দুখোজকৈ কাষ চাপি আহিল । কাপোৰৰ তলেদি হাতখন সুমুৱাই দিলে । মই উলিয়াই অনা হাতখন আকৌ সুমুৱাই দি থাপ্ মাৰি অহল্যাৰ হাতখন ধৰি পেলালোঁ ।

"সময় নাই অহল্যা, কোৱা, কোৱা, মোক ক্ষমা কৰিবা ? আজিও, আজিও মই তোমাকেই ভাল পাওঁ, অহল্যা তুমি দেৱী, মই তোমাৰ অযোগ্য, মই তোমাৰ ভৰিত..." নহয়, ভৰিত কিয়, অহল্যা তোমাক, অহল্যা তুমি," আচৰিত, অহল্যাক মই উন্মাদভাৱে সাবটি ধৰিলোঁ। এক অস্থিৰ উন্মাদনাত মোৰ চেতনা লুপ্ত হৈ গ'ল । এই অহল্যা, সাত বছৰৰ আগৰ অহল্যা, এইটো মোৰ হাতৰ আকোঁৱালত অহল্যাৰ শৰীৰ, অহল্যাৰ দেহৰ উত্তাপ, সৌৰভ, মই ক'ব নোৱাৰাকৈয়ে অহল্যাৰ মুখলৈ মোৰ মুখখন আগবাঢ়ি গ'ল।

এনে এটা অপ্ৰস্তুত মুহূৰ্তক তৎক্ষণাতে আয়ত্ত কৰি অহল্যাই 'উস্' ধৰণৰ চেপা যন্ত্ৰণাদায়ক শব্দ এটা উচ্চাৰণ কৰি ঠাইতে বহি পৰিল । মই গাৰপৰা হাত এৰি দি অলপ হাউলি গৈ দুই হাতেৰে অহল্যাৰ মুখখন ওপৰলৈ দাঙিবলৈ চেষ্টা কৰিলোঁ ।

এক বৈদ্যুতিক মুহূৰ্ত ।

অহল্যা বোধহয় সেই উদ্দেশ্যেৰেই বহি গৈছিল । বিচনাৰ তলত থকা চেণ্ডেল এপাট লৈ হঠাতে থিয় হৈ অহল্যাই মোৰ গালে-মুখে কোবাবলৈ ধৰিলে।

মই স্তম্ভিতভাৱে হাতেৰে কোববিলাক বাধা দি কাঢ়ি আনিবলৈ যাওঁতে তৎক্ষণাৎ আঁতৰি গৈ জোৰেৰে চেণ্ডেলপাট মোৰ মুখলৈ দলি মাৰি দিলে ।

"ভণ্ড । ল...ম্প.....ট, আকৌ.... প্ৰতাৰণা.. পাপী, মায়া মোৰ ছোৱালী.... মোৰ ছোৱালী.... "

ক্ষুব্ধ ক্ৰন্দন এটাৰে ফোঁচফোঁচাই কথাখিনি কৈ এটা দীঘলীয়া উচুপনিৰে শেষ কৰি, মুখখন ঢাকি অহল্যা লৰ মাৰিলে বাহিৰৰ আন্ধাৰলৈ।

সৌঁ চকুটোৰে যন্ত্ৰণাত আৰ্তনাদ কৰি উঠিল ।

মটৰৰ ঘেৰ্‌ঘেৰণি আৰু দীঘলীয়া হৰ্ণৰ শব্দই সেন্দুৰীপাম গাঁৱৰ আন্ধাৰবিলাক ছিৰাছিৰকৈ ফালি পেলালে ।

মই বাহিৰলৈ ওলাওঁতেই দুৱাৰমুখত বাইজনীয়ে পানী গিলাচ লৈ হাজিৰ ।

মই সোঁহাতেৰে চকুটো ঢাকি বাইজনীৰ পৰা থাপ মাৰি গিলাচটো লৈ ক'লোঁ, "আৰু এগিলাচ পানী আনাচোন" আৰু লবালৰিকৈ চকুটো ধুবলৈ ধৰিলোঁ । বাইজনীয়ে উৎকণ্ঠাৰে চিঞৰি সুধিলে, ".....কি হ'ল আপোনাৰ ? চকুত কি হ'ল ?"

"ডাঙৰ পোক এটাই উৰি আহি খুন্দা মাৰিলে ।"

"অ' অ'... অ' মোৰো এবাৰ তেনে হৈছিল।" ইচ্ ইচ্ আচ্ আচ্কৈ তাই উধাতু খাই লৰ মাৰিলে পানী আনিবলৈ ।

ৰাজখোৱা 'কাকতি কাকতি'কৈ চিঞৰি সোমাই আহিছিল । টৰ্চটো মাৰি মোক সেই অৱস্থাত দেখি মোৰ ওচৰত বৈ গ'ল ।

"কেনেকৈ হ'ব পাৰে, কেনেকৈ হ'ব পাৰে" — মনত ইমান সময় চিঞৰি থকা কথাষাৰ হঠাৎ মুখৰ পৰা ওলাই গ'ল ।

"তাকেতো মই সুধিব খুজিছোঁ, কেনেকৈ হ'ল ?"

"গুবৰুৱা নে কি ক'লা পোক এটাই জোৰেৰে খুন্দা মাৰি দিলে ।"

বাইজনীয়ে পানী এঘটি আৰু গামোচা এখন লৈ ওচৰ পালেহি । হেড্‌মিষ্ট্ৰেছো ওচৰলৈ আহিল । মুখত ইচ্-আচ্ শব্দ ।

মই নিৰ্ভয় দি ক'লোঁ, একো বিশেষ হোৱা নাই আৰু লবালৰিকৈ পানীৰে ধুবলৈ ধৰিলোঁ ।

"ওঁ, সেন্দুৰীপাম গাঁৱৰ এটা চিনো লাগে, আপোনাৰ 'চবেনিয়ৰ' হ'ব । আহক এতিয়া, মটৰে হৰ্ণ দি আছে ।"

সকলোৰে পৰা শেষ বিদায় লৈ (অহল্যা ক'ত ?) ৰাজখোৱাৰ লগে লগে ঢলং-পলংকৈ আগবাঢ়িলোঁ ।

কেনেকৈ হ'ব পাৰে; কেনেকৈ হ'ব পাৰে ?

কিছুদিনলৈকে চকুৰ অসহ্য যন্ত্ৰণা ভোগ কৰিলোঁ । প্ৰত্যেক দিনাই নাৰ্ছে চকু ধুৱাবলৈ বেণ্ডেজ খুলিলে সৰ্বশৰীৰ এক অজান ভয়ত শিয়ৰি উঠিছিল । এই চকুটো কিজানি মই চিৰকাললৈ হেৰুৱাব খুজিছোঁ । নন্দিতা আৰু মোৰ সংসাৰখন চাবলৈ অহল্যাই কিজানি এটা চকুহে মোক দিব খুজিছে ।

অহল্যা হু

চহৰীয়াৰ কথাবিলাক বৈ বৈ মোৰ কাণত বাজিবলৈ আৰম্ভ কৰি দিলে । চহৰীয়াই যেন মোক উদ্দেশ্য কৰিয়ে সেই কথাবিলাক কৈছিল । তেওঁৰ অন্তৰ্ভেদী দৃষ্টিয়ে যেন

মোৰ সমস্ত অতীত, বৰ্তমান, ভেদ কৰি যাব পাৰিছিল। তেওঁ তেনেহ'লে সকলো কথা জানিছিল ? অহল্যাই কৈছিল নেকি ? ডেকা তেজৰ অহঙ্কাৰত আমি ভাবোঁ, বুঢ়াবিলাকে সংসাৰৰ, জীৱনৰ বিষয়ে একোকে নাজানে; সংসাৰত এনেয়ে বুঢ়া হ'ল । তেওঁলোকেও যে আমি পাৰ হৈ যাব খোজা প্ৰত্যেকটো খোজকেই ইতিমধ্যে পাৰ হৈ গৈছে । সেই অভিজ্ঞতাবিলাক ক'লৈ গ'ল ? .... চহৰীয়াহি নিশ্চিয় জানে ।...

নন্দিতাক যদি সকলো কথা কৈ দিওঁ ? অহল্যাক কেনেভাৱে গ্ৰহণ কৰিব ? অন্ততঃ মায়াক তোলনীয়া কৰি ল'ব নে ? তেওঁ যেতিয়া বুজিব যিটো চকুৰ কাৰণে তেওঁ ইমান যত্নপৰ হৈছে, সেই চকুটোৰ লগত আন এজনীৰ স্মৃতি জড়িত হৈ আছে, তেতিয়া তেওঁ কি কৰিব ? ইটো চকুও কাঢ়ি লৈ যাব ? নিজৰ ঘৰলৈ টালি-টোপোলা বান্ধিব ? আত্মহত্যা কৰিব ?

লগে লগে এক বিষাক্তভাৱে সাপৰ দৰে মোৰ তালুত খোঁট মাৰি গ'ল। যদি, যদি, যদি, নন্দিতাৰো আছে অহল্যাৰ দৰেই অতীত এটা ? যদি ইমান দিনে মোৰ লগত অভিনয় কৰি আহিছে? তৎক্ষণাৎ বুকুৰ ভিতৰত জুই একুৰা হো-হোৱাই জ্বলি উঠিল, এটা প্ৰাইমাছ ষ্ট'ভ জ্বলি উঠাৰ দৰে ।

অসহ্য যন্ত্ৰণাত চেপা মাতেৰে চিঞৰি উঠিলোঁ, "নহয়, নহয়, হ'ব নোৱাৰে ।"

ভাগ্যে মোৰ ওচৰত কোনো নাছিল। মোৰ মাত কোনেও নুশুনিলে । বিয়াৰ পৰা আজিলৈকে দিনবোৰৰ ছবি চকুৰ আগেদি মাৰ্চ-পাষ্ট কৰি গ'ল। যিমান দূৰ সুঁৱৰিব পাৰি অতীতৰ দিনবিলাকৰ কথা মনত পেলাবলৈ গৈ স্মৃতিৰ মণিকূট লণ্ড-ভণ্ড কৰি পেলালোঁ— দৰকাৰী চিঠি বা কাগজ এখন বিচাৰি টেবুল, ড্ৰয়াৰ লণ্ড-ভণ্ড কৰাৰ দৰে। মনত পৰা প্ৰত্যেকটো ঘটনাই, নন্দিতাৰ প্ৰত্যেকটো কাৰ্য্যই, কথাই যেন নতুন এক অৰ্থ, নতুন এক তাৎপৰ্য্য লৈ নতুনকৈ সাজি-কাছি চকুৰ আগত থিয় দিলেহি । বিয়াৰ পিছত নন্দিতাই বাৰু কাৰ কাৰ লগত মোক চিনাকি কৰি দিছিল ? নন্দিতাৰ ঘৰত কাক কাক লগ পাইছিলোঁ ? কি মূৰ্খ মই, এতিয়া সেইবিলাক কথা কেনেকৈ মনত পেলাওঁ। তেতিয়াই সেইবিলাক কিয় মন কৰি নগৈছিলোঁ ?

মনৰ এনেকুৱা অৱস্থাতে কেতিয়াবা নন্দিতা আহি ওচৰতে থিয় হয় । মোৰ গোটেই শৰীৰ পাথৰৰ দৰে জঠৰ হৈ পৰে । কিন্তু বাহিৰত যাতে কোনো ভাবান্তৰ ফুটি নুঠে, তাৰ বাবেও সচেষ্ট হওঁ ।

"কেনে পাইছে, বিষ কমিছে নে, অভালটিন একাপ দিম নে", এনে ধৰণৰ দুই চাৰিটা আন্তৰিকতাপূৰ্ণ প্ৰশ্ন ।

নন্দিতাৰ চকুত কিন্তু মোৰ একো পৰিবৰ্তন ধৰা নপৰে । তাৰ অৰ্থ এয়ে নহয় যে মই নিখুঁত অভিনয় কৰিব পাৰিছিলোঁ । নন্দিতা বৰ সৰল আছিল আৰু নন্দিতাই একো লক্ষ্যও কৰা নাছিল ।

নন্দিতাক তেনে মুহূৰ্তত দেখি ভাব হয়, চাব মাৰি ধৰি সোধোঁ নে, তেওঁৰ যে এটা লুকুৱাব লগা অতীত আছিল, সেই কথা মই জানিব পাৰিছোঁ ।

কেনেকৈ ?

এখন চিঠি পাই গ'লোঁ ।

ক'ত ?

এই ধৰা, ট্ৰাঙ্কত ।

তেতিয়া নিশ্চয় নন্দিতাৰ মুখখন ক'লা পৰি যাব । ক'ব, মিছা, মিছা, মিছা ।

মই ক'ম '.....সঁচা, সঁচা, সঁচা ।'

তেতিয়া নিৰুপায় হৈ ক'ব, "সেইবিলাক অতীতৰ কথা । অতীত মৰিল, গ'ল ।"

মই ক'ম, 'অতীত নমৰে, নাযায় । প্ৰভু-ভক্ত কুকুৰৰ দৰে অতীত আমাৰ পিছে পিছে ঘূৰে ।'

"সেই প্ৰভু-ভক্ত কুকুৰকো মানুহে মাৰে । যেতিয়া বলিয়া হয় ।"

'অদ্ভুত সেই কুকুৰটো । তাৰ ছাঁটোৱেও বলিয়া হৈ পিছ নেৰে ।'

'হ'লেও ছাঁই কামুৰিব নোৱাৰে ছাই নাকামোৰে ।' তেতিয়া মোৰ উত্তৰ শেষ।

তথাপি মই নতুনকৈ যুক্তিৰ জাল তৰি আনিব পাৰোঁ :

'আমাৰ অতীতবোৰ কুকুৰ নহয় যে বলিয়া হ'লে গুলীয়াই মাৰিম । অতীত আমাৰেই ছাঁ । অতীতৰ ভেটিত আমাৰ বৰ্তমান থিয় হয় । আমি অতীতক এৰিবলৈ বিচাৰিলেও অতীতে আমাক নেৰে ।'

'মিছা কথা, কোনে কৈছে ?'

'ৰত্নেশ্বৰ চহৰীয়াই ।'

'কেনেকৈ জানিলে তেওঁ ? প্ৰমাণ কি ?'

'প্ৰমাণ অহল্যা, মায়া ।'

'অহল্যা ? অহল্যা কোন ? মায়া কাৰ নাম ?'

'যদি কওঁ, সহ্য কৰিব পাৰিবা ?'

'কিয় ? কোন ? ক'ব লাগিব ।'

'নক'লে ?'

'ক'ব লাগিব ।'

'নাই, নাই, — এটা দুঃস্বপ্ন । বাৰু যোৱা অভালটিন একাপ আনাগৈ ।'

কল্পনাৰ এই সংলাপবোৰ মোৰ অস্থিৰ মগজুৰ প্ৰলাপ হৈয়ে ৰ'ল ।

চকু অৱশ্যে ভাল হৈ উঠিল। সামান্য বগা দাগ এটা থাকিল যদিও সি অপকাৰ নকৰে । ডাক্তৰে নিৰ্ভয় দিছে ।

কিন্তু মনৰ চকুৰ যন্ত্ৰণা দিনে দিনে তীব্ৰতৰ হৈ আহিল । মোৰ অজ্ঞাত মনটোৱে বিচাৰিছে নন্দিতাৰো কিবা এটা অতীত থাওক । তেতিয়া, আন এটা বিপৰীতমুখী আঘাতে মোক জৰ্জৰিত, পৰিশুদ্ধ কৰি দিব পাৰিব । তেতিয়া কিজানি মোৰ প্ৰায়শ্চিত্ত হ'ব।

তেতিয়া কিজানি অহল্যাক গ্ৰহণ কৰিব পাৰিম ।

কিন্তু নন্দিতা ? নন্দিতাক আঁতৰ কৰিব পাৰিম কেনেকৈ ?

মটৰ এক্সিডেন্টত নন্দিতাৰ মৃত্যু হ'বও পাৰে ।

ছিঃ । কোনো নথকা অৱস্থাত দাঁত -কামোৰ মাৰি ধৰি মই নিজৰ মুখতে ঘোচা মাৰি দিওঁ । মানুহে তেনেহ'লে ইমানখিনিলৈকে ভাবিব পাৰে ? মই এজন হত্যাকাৰী ? নে মানুহ মাত্ৰেই হত্যাকাৰী ?

এদিন নন্দিতা ঘৰলৈ যাবলৈ ওলাল । খুলশালী ছোৱালীজনীৰ বিয়াৰ আয়োজন। নন্দিতাক কিছুদিনৰ আগতে নিবলৈ মানুহ আহিছে । ময়ো সম্পূৰ্ণ সুস্থ হৈছিলোঁ। তাতোকৈ মোৰ প্ৰয়োজন হৈছিল সম্পূৰ্ণ নিৰ্জনতাৰ । নন্দিতাইঁত যোৱাৰ পিছত মনে বিচৰা নিৰ্জনতাখিনি পাই গ'লোঁ। অফিচলৈ যোৱা, সময় পালে অকলে অকলে ফলচৰ ফালে ফুৰিবলৈ যোৱা, নাইবা দুৱাৰ-ঘৰ মাৰি অকলে অকলে ভাবি থকাই মোৰ দৈনন্দিন কৰ্তব্য হৈ পৰিল। বজাৰ-সমাৰৰ সকলো চিন্তা বান্ধনি বনাম পিয়ন ল'ৰাটোৰ ওপৰতে জাপি দিলোঁ ।

সেইদিনা দেওবাৰ । হঠাৎ মনটো উত্ৰাৱল হৈ উঠিল ঃ আজি কিজানি অহল্যা আহি যাব পাৰে । মোৰ ঠিকনা জানে, মই অহল্যাৰ হিন্দী আলোচনীখনৰ ওপৰত মোৰ এড্ৰেছ লিখি থৈ আহিছিলোঁ । নিজৰ কাৰণে নহয়, মোৰ কাৰণে নহয়, কিন্তু মায়াৰ কাৰণে আহি যাব পাৰে হু আহি যোৱা উচিত ।

চিগাৰেট আৰু চাহেৰে মনৰ অস্থিৰতাখিনি দমাই ৰাস্তাৰ ফালে কাণ উনাই ৰাখিছোঁ, কোন মুহূৰ্ত্তত এখন টেক্সি মোৰ ঘৰৰ তলেদি আঁকাই-পকাই যোৱা ৰাস্তাটোত মোৰ ঘৰৰ সন্মুখত ৰৈ যাব পাৰে ।

সঁচাকৈ এখন টেক্সি ৰৈ যোৱাৰ শব্দ শুনিবলৈ পালোঁ । একে জাঁপে থিয় হৈ দুৱাৰ মেলি বাহিৰলৈ আহি তললৈ চালোঁ । টেক্সি এখন সঁচা । কিন্তু ড্ৰাইভাৰে বনেট্‌টো দাঙি লৈ কিবা এটা ভাল কৰিছে । সামান্য কিবা এটা বেয়া হৈছিল, 'নাট' এটা ঢিলা হৈছিল বা তাঁৰ এডাল এৰাই গৈছিল । ভাল কৰিলে তেতিয়াই । টেক্সি আকৌ ঢাপলি ধৰিলে গোঁ-গোঁৱাই, প্ৰাণৰ নতুন উন্মাদনাৰে ।

হতাশ হৈ দুৱাৰখন জপাই দিলোঁ ।.... সামান্য এটা দোষ, তথাপি সিয়ে গাড়ীখন অচল কৰি পেলাইছিল ।

ছোফাখনত ভৰি মেলি প্ৰায় শুই যোৱাৰ দৰে আউজি থাকিলোঁ । সেন্দুৰীপামৰ এই ৰাতিৰ আলিবাট, সেই ভূতৰ ভয়, সেই কুকুৰবিলাকৰ ভৌ-ভৌৱনি, — সকলোবিলাক স্মৃতি জীৱন্ত হৈ কোঠাৰ ভিতৰখনত দৌৰি ফুৰিবলৈ ধৰিলে । চকী, টেবিল, আলমাৰি, সকলোতে যেন খুন্দিয়াই টুং টাং শব্দ কৰিবলৈ ধৰিলে ।

ছোফাৰ কাষৰ টিপয় এখনৰ ষ্টেণ্ডত লগাই থোৱা আছে নন্দিতা আৰু টুনটুনৰ ফটোখন । নন্দিতা থিয় হৈ, টুনটুন কোলাত । ৰিকেট হোৱাৰ আগতে বৰ ধুনীয়া, নোদোকা চেহেৰা আছিল । ফটোখন লাহেকৈ দাঙি লৈ মুখত লগালোঁ । একেথৰে তাৰ মুখখনলৈ চাই ৰ'লোঁ ।

ইকি ! টুনটুনৰ মুখৰ ওপৰত উজ্জ্বল হৈ উঠিল মায়াৰ মুখখন হু দুয়োখন মুখৰ যেন কোনোবাখিনিত এটা সাদৃশ্য আছে ।

সেইদিনা প্ৰথম মায়াক দেখি, প্ৰথম স্পৰ্শ কৰি গোটেই দেহত এক শান্ত, শীতল বিদ্যুৎ স্পৰ্শ অনুভৱ কৰিছিলোঁ । সেই সময়ত তাৰ কোনো ব্যাখ্যা নাছিল বা কোনো ব্যাখ্যা বিচৰাও নাছিলোঁ, মায়াক সেই কেইদিন ইমান আপোন আপোন লাগিছিল কিয় ? প্ৰকৃততে অহল্যাতকৈও মায়াৰ প্ৰতিহে মোৰ আকৰ্ষণ গভীৰ হৈছিল । মায়াৰ ভৰিৰ তলুৱাৰ উত্তাপ চাবলৈ যেতিয়া হাতখনেৰে সেই অকণি ভৰিহাল ছুইছিলোঁ, সেই মুহূৰ্ত্তত মোৰ বুকুৰ ভিতৰত কয়লাৰ চুলা এটাহে যেন দগমগাই জ্বলি উঠিছিল । জ্বৰত উত্তপ্ত সেই ভৰিহাল যেন মোৰ বুকুত হেঁচি ধৰিলেই ভিতৰৰ জুইকুৰা শীতল হৈ যাব, এনে ভাব হৈছিল ।

টুনটুন আৰু মায়া ।

দুয়োৰে প্ৰতি মোৰ সমান কৰ্তব্য । তেনেহ'লে আজি সাত বছৰে মই পলাই ফুৰিলোঁ কিয় ? তেনেহ'লে অপত্যস্নেহ সমাজৰ বান্ধোনে সৃষ্টি কৰা এক কৃত্ৰিম অনুভূতি নেকি ? সৃষ্টিৰ মূল প্ৰবাহৰ লগত, জীৱনৰ ঘাই সুঁতিৰ লগত ইয়াৰ সম্পৰ্ক নাই ? টুনটুনৰ প্ৰতি মোৰ মৰম সমাজৰ বাধ্য-বাধকতাৰ সৃষ্টি ? যেনেকৈ নন্দিতাৰ প্ৰতি ? ইয়াৰপৰা মানুহ পলাই আহিব পাৰে ?

নিশ্চয় পাৰে । নহ'লে আজি পৃথিৱীত যিমানবিলাক পিতৃ-পৰিচয়হীন সন্তানে বাস কৰিছে, সিহঁতৰ পিতৃবিলাকে মোৰ দৰে যন্ত্ৰণা ভোগ কৰিছে নে ? কুন্তীয়েবা কৰ্ণৰ কাৰণে উজাগৰী ৰাতি কটাইছিল জানো ?

তুমি ইয়াৰ উত্তৰত কি ক'বা ? ৰত্নেশ্বৰ চহৰীয়া ডাঙৰীয়া ? তুমি দেখোন লেক্‌চাৰ দিছিলা মানুহে নিজৰ কামৰ ফল ভোগ কৰিবই লাগিব । মানুহ কেতিয়াও নিজৰপৰা পলাই সাৰিব নোৱাৰে ।

মই অকলে কিয় সেই কৰ্মফল ভোগ কৰিব লাগে ?

..... কিমান সময় মই তেনেকৈ আছিলোঁ ক'ব নোৱাৰোঁ । চিগাৰেটৰ নতুন টিনটোৰ আধাখিনি শেষ হৈ গ'ল । কেতিয়া এটা চিগাৰেট শেষ হৈছিল, কেতিয়া আন এটা জ্বলাই লৈছিলোঁ মনত নপৰে ।

ৰান্ধনি ল'ৰাটোৱে মই বিচৰামতে আকৌ একাপ চাহ আনি দি গ'ল । সি সোমাই আহোঁতে ফটোখন লুকুৱাইছিলোঁ ।

চাহ কাপ তপতে তপতে পানী খোৱাদি ডিঙিত বাকি দিলোঁ । ডিঙিটো পুৰি নগ'লে যেন শান্তি নালাগে, আৰামো নালাগে ।

হঠাৎ ভাবিলোঁ, টেলিগ্ৰাম এখনকে নকৰোঁ কিয় চহৰীয়ালৈ ? অহল্যা আৰু মায়াক যেন তৎক্ষণাৎ লৈ আহে । ইয়াত অপাৰেচনৰ সকলো ব্যৱস্থা ৰেডি । ভবাৰ লগে লগে কাম । তৎক্ষণাৎ উঠি গৈ খচ্‌খচ্ কৰে টেলিগ্ৰামখন লিখি পইচা সহ ৰান্ধনিটোক দিলোঁ । আৰ্জেন্ট, দেওবাৰ কাৰণে পইচা বেছি ল'ব ত্ৰু লগতে সন্ধিয়াৰ কাৰণে আৱশ্যকীয় বজাৰ কৰি লৈ আহিবলৈও ক'লোঁ ।

তাক পঠিয়াই লৈ স্বস্তিৰ নিশ্বাস এটা পেলালোঁ । কোন সময়ত সি আহি মোৰ ভাবৰ সুতাডাল ছিঙি দিব, অসহ্য ।

মূৰটো বৰ গধুৰ যেন লাগিছিল । ছোফাখনৰ পৰা হঠাৎ উঠি থিয় হোৱাৰ কাৰণেও হ'ব পাৰে । মূৰৰ ভিতৰটো চিগাৰেটৰ ধোঁৱাই এক কিলোমান গধুৰ কৰি পেলাইছে। লৰালৰিকৈ বাথৰুমলৈ গৈ চকুৰে-মুখে পানী মাৰি মূৰটো অলপ তিয়াই ল'লোঁ।

টাৱেলখনেৰে মচি মচি ড্ৰেছিঙৰ সন্মুখত যেতিয়া থিয় হওঁ, দেখোঁ যে ৰঙা পৰা চকুৰে, জপৰা চুলিৰে মানুহ এটাই আইনাখনৰ ভিতৰৰপৰা মোলৈ চাই আছে। সি যেন মোৰে প্ৰেতাত্মা । মোৰ অতীতটো ।

সি দাঁত কামুৰি মুখখন কঠোৰ কৰি তুলিলে ।

ফণিখন তুলি লৈ লাহে লাহে মূৰটো আঁচুৰিলোঁ । গুৰিবিলাকে কেঁকাই উঠিল।

মই দুখ পাই আইনাখনলৈ চাই ৰ'লোঁ ।

'আনেও দুখ পাব পাৰে, সেই কথা পাহৰি গৈছ কিয় ?' —সি যেন কৈ উঠিল ।

'কিন্তু সি এটা মোৰ জীৱনৰ দুৰ্বল মুহূৰ্ত ' — মই করুণভাৱে তালৈ চাই ক'লোঁ।

'হয় নেকি ?, সি মুখ ভেঙুচাই উঠিল, 'তোৰ জীৱনৰ সবল মুহূৰ্ত কোনটো ? নন্দিতাক বিয়া কৰাৰ সিদ্ধান্তৰ মুহূৰ্তটো ? চাকৰি ?'

জানোবাৰ হু ফণিখন দলি মাৰি ওলাই আহিলোঁ ।

ড্ৰয়িংৰুমত কোনোবা মনে মনে বহি থাকি মোৰ প্ৰলাপবিলাক শুনিলে যেন, এটা ভয়ত বুকুখন কঁপি উঠিল । ছোফাখনৰ ওচৰত থিয় হৈ আকৌ ফটোখন তুলি লৈ নন্দিতাৰ মুখলৈ চাই থাকিলোঁ ।

নন্দিতাই ক্ষমা কৰিব নে ?

'তুমি মোক ক্ষমা কৰিবা নে নন্দিতা ?'

'মোৰ মুখৰ পৰা শব্দকেইটা ওলাই পৰিল । আচৰিত, নন্দিতাৰ মুখখন যেন লৰি উঠিল হু ফটোৰ ফ্ৰেমৰ মাজৰপৰা নন্দিতা যেন ওলাই আহিল হু নন্দিতাই যেন সঁচা-সঁচিকৈ কথা কৈ উঠিল ।

'ক্ষমা ? কিহৰ ক্ষমা ? আপুনি এইবোৰ কি বকিছে ?'

'বকিছো ? মই বলিয়া হোৱা নাই, প্ৰলাপ বকাও নাই। মই সেই তাহানিৰ তেজ দিয়া ঘটনাটোৰ কথা কৈছিলোঁ নহয় তোমাক ?'

'কৈছিল হু'

'তুমি মোক ঠাট্টা নকৰিছিলা, অহল্যাৰ লগত ?'

'ঠাট্টা কিয়, সন্দেহেই কৰোঁ ।ইমানখিনিৰ পিছত কোনো ল'ৰা বা ছোৱালী সাধু সন্ন্যাসী হৈ থাকিব নোৱাৰে ।'

'সঁচা সন্দেহ ? নাই এনেয়ে জোকোৱা ?'

'সঁচা সন্দেহো হ'ব পাৰে ।'

'মোকো ?'

'আপুনিনো কি মহাপুৰুষ ?'

'শুনা, আমাৰ দেশত, সকলো দেশতে, পুৰুষ সদায় পবিত্ৰ, পুৰুষৰ একো দোষ নাই. তিৰোতাহে সদায় দোষী। গতিকে... '

'হয় নেকি ?'

হয় নেকি হু নন্দিতাৰ সেই মৰ্মভেদী দৃষ্টি আৰু ব্লেডৰ ধাৰ থকা সুৰ ।

'হয় নেকি ? তেনেহ'লে আপোনাৰ এই জুইকুৰা ক'ৰপৰা, কিয় আহিল ? যদি মহাপুৰুষৰ দৰে শুদ্ধই ?'

'কোনে ক'লে মই মহাপুৰুষ ? মই মহাপুৰুষ নাছিলোঁ । কিন্তু এতিয়া বোধহয় মহাপুৰুষ হ'ম ।'

'তেনেহ'লে পূজাৰ আয়োজন কৰিব লাগিল ।ৰাজহুৱা সভা এখন পাতিব লাগিল।'

'সেইখিনিতেই তোমালোকৰ ভুল । মহাপুৰুষক তোমালোকে সমাজৰ পৰা এঘৰীয়া কৰি দিয়া, দেৱতা কৰা । তেতিয়া সমাজৰ বহুত সুবিধা থাকে । মোক কিন্তু মানুহৰ লগত, তোমাৰ লগতে ৰাখিব লাগে ।'

'.......এতিয়া জানো আপুনি আঁতৰত ?'

'.......নহয়, মহাপুৰুষ হিচাপে !'

'আহক মহাপুৰুষ ! স্বাগতম !'

'ইমান সহজ নহয় অহল্যা—নন্দিতা, — মানে হঠাৎ নামটো আহিছে ....'

'..............'

'নামাতা কিয় ? মহাপুৰুষক ৰাখিলে অহল্যাকো ৰাখিব লাগিব । মায়াকো গ্ৰহণ কৰিব লাগিব ।'

'মায়া ? মায়া আকৌ কোন ? কৃষ্ণ হৈ ফুৰিছিল ?,

'মায়া গোপী নহয় ।'

'মায়া কোন ?'

'মায়া অহল্যাৰ.......'

'ম্‌মায়া কোন ?'

'তেন্তে শুনা, মায়া টুনটুনৰ বাইদেৱেক ।'

'কি ?'

'মায়া মোৰ ছোৱালী ।'

'ভণ্ড ! লম্পট ! চৰিত্ৰহীন !'

'নহয়, নহয় ।'

'জানোৱাৰ ! গৰু-ছাগলীৰ দৰে ....'

'নন্দিতা !'

'মোক কিয় পুৰি খালে ? কিয় দেউতাক ঠগিলে ? মই আত্মহত্যা কৰিম । মই, মই, ফল্‌চত জাঁপ দিম !'

ফটোখনে মোৰ হাতৰ পৰা সঁচাকৈয়ে জাঁপ মাৰি দিলে। আইনাখন চাৰিওফালে থান্‌বান্ হৈ পৰিল ।

লৰালৰিকৈ ভগা টুকুৰাবিলাক গোটাই পেলালোঁ ।

আকৌ কেইটামান দিন প্ৰায় 'অৰ্দ্ধচেতন' অৱস্থাতে পাৰ হ'ল। বাহিৰৰ কাম-কাজ অৱশ্যে যিমান পাৰি স্বাভাৱিক অৱস্থাতে চলাই আছিলোঁ, যাতে কোনেও মোৰ মনৰ অৱস্থাৰ উমান পাব নোৱাৰে ।

এদিন নন্দিতাৰ চিঠি পালোঁ । বিয়াখন এমাহ পিছুৱালে, বংশত জন্মৰ ছুৱা । তেওঁ আহিব নে, নে তাতে থাকিব, সুধি পঠিয়াইছে । টুনটুনৰ ভাল ।

তাতে থাওক, তাতে থাওক । কিয় আহিব লাগিছে । মিছা-মিছি খৰচ । কিজানি হঠাৎ আহি যায়, গতিকে 'বায়াৰ' কৰি দিলোঁ ।

আৰু এটা মাহ পাই গ'লোঁ । এতিয়াও অহল্যা আহি যাব পাৰে ।

দুদিনমান বৰ বৰষুণ আৰু অসম্ভৱ জাৰ পৰিছে শ্বিলঙত । অফিচৰ কাম-কাজ প্ৰায় বন্ধ ।

সেইদিনা শনিবাৰ । গতিকে সোনকালে অফিচৰপৰা ওলাই আহিলোঁ । চাহ দোকান এখনৰ সন্মুখেদি যাওঁতে হঠাৎ মনত পৰিল, বহুত দিন দোকানত চাহ খোৱা নাই । নন্দিতাক লৈ মাজে মাজে এইখন দোকানত চিকেন-চাউ খাওঁ । সোমাই পৰিলোঁ।

এমূৰৰ খিৰিকীৰ কাষলৈ এখন টেবুল খালী হৈ আছে । চেয়াৰ এখন টান মাৰি বহি চিকেন-চপৰ অৰ্ডাৰ দিলোঁ । চিগাৰেট এটা জ্বলাই লৈ খিৰিকীয়েদি দূৰৰ পাহাৰবিলাকৰপৰা ওলাই অহা বগা বাষ্পবিলাকলৈ চাই ৰ'লোঁ ।

বৰষুণ দিয়া নাছিল । অলপ আগতে হৈ যোৱা বৰষুণৰ ফলত বাষ্পবিলাকৰ সৃষ্টি হৈছিল । বতৰ তেতিয়াও ডাৱৰীয়া, কোন মুহূৰ্তত আকৌ এজাক বৰষুণ আহে ।

চাহ আৰু চপ দি গ'লহি । বাকী টেবিলবিলাকত 'কাষ্টমাৰ' প্ৰায় বহি গৈছে।

হুৰহুৰাই এজাক পাতলীয়া ধৰণৰ বৰষুণ আৰু লগে লগে বতাহ আহি এছাৰেকণিৰে মোৰ টেবুলখন এবাৰ তিয়াই পেলালে ।

কোনোবা কেইজনমান নতুন কাষ্টমাৰ সোমাই আহিল বা বৰষুণেই সুমুৱাই আনিলে। মই মুখ ঘূৰাই চোৱা নাই । কিন্তু মোৰ টেবিলৰ নিঃসঙ্গতাখিনি যে দূৰ হ'ব, সেই ভাবটোৱে মনটো অস্বস্তিৰে ভৰাই দিলে। কোনোবা এটা চিনাকি ওলাই, 'কি হে, কি খবৰ, খুৱাওক একাপ চাহ' বুলি ওচৰতে বহিবহি, সেইটো মই সহ্য কৰিব নোৱাৰোঁ । বৰষুণজাক আৰু ডাঙৰ হোৱা হ'লেআৰু ভাল লাগিলহেঁতেন হু তেতিয়া ডাঙৰকৈ, স্পষ্টকৈ চিন্তা কৰিব পাৰিলোহেঁতেন । মাজে মাজে সশব্দে চিন্তা কৰিলে মাথাটো চাফা হৈ যায় ।

সঁচাকৈয়ে কোনোবা দুটামান ৰাস্কেল মোৰ ফালে আগবাঢ়ি অহাৰ খোজৰ শব্দ শুনিবলৈ পালোঁ । মই মূৰ নুঘূৰালোঁ । মোৰ টেবুলত, মোৰ সন্মুখত দুখন চকী ভেকেন্ট আছিল। কলেজীয়া ছাত্ৰ-ছাত্ৰী দুটা, অলপ আফ্চোচ কৰি বহিলহি । সিহঁতক অকলশৰীয়া টেবিল এখন লাগিছিল।

মোকো যে লাগিছিল এখন অকলশৰীয়া টেবিল। মোৰো লগত আছে কোনোবা —অহল্যা ।

"চপ্ নে চিকেন-চাউ, তুমি কোনটো ভাল পোৱা ?"—ল'ৰাটোৱে মিহিকৈ সুধিলে।

—চপ্ নে কাটলেট ? নে চম্চম ? তুমি কোনটো ভাল পোৱা ?- ল'ৰাজনে সুধিলে অহল্যাক । গুৱাহাটীৰ দোকানত চিকেন-চাউ নাছিল ।

"চপেই ভাল হ'ব" — ছোৱালীজনীয়ে সংকোচেৰে উত্তৰ দিলে । মই থকাৰ বাবেই এই সংকোচ ।

—কিবা এটা হ'লেই হ'ব । মোৰ বৰ লাজ লাগিছে । সকলোৱে আমালৈ চাইছে।

তেতিয়াৰ গুৱাহাটীত ল'ৰা-ছোৱালীয়ে বাটে বাটে ফুৰা বা চাহ খোৱা, এক প্ৰকাৰ চকুত পৰাৰ কথাই । আৰু চাহ দোকাননো আছিল কেইখন হু

অলপ স্ফূৰ্তিকে কৰাচো ন, এতিয়া দেউতাৰা ভাল হ'ল, কোনো ভয় নাই ।

—কিন্তু ভৰিখন সম্পূৰ্ণ ভাল হ'ব জানো ?

— নিশ্চয় হ'ব । তুমি অলপ স্ফূৰ্তি কৰাচোন । কিমান কষ্ট কৰিলা ।

— আপুনি যে কিমান উপকাৰ কৰিলে । আপুনি তেজ নিদিয়া হ'লে ..

— বাদ দিয়া । সেইটো ইমানকৈ কৈ থাকিব লগা কথা নহয় ।

— কিন্তু আপোনাৰ যে পৰীক্ষাৰ সময় ।

— পৰীক্ষাত পাছ কৰিম, চিন্তা নাই। তুমিও কিন্তু ভালদৰে পঢ়া-শুনা কৰাগে ।

— আপুনি কিন্তু পৰীক্ষা দি উঠিয়েই যাব লাগিব । এমাহ থাকিব লাগিব। মোক পঢ়াই দিব ।

— যাম, যাম, নিশ্চয় যাম ।

সেইদিনা ৰত্নেশ্বৰ চহৰীয়াও এচুকত বহি আছিল নেকি ? আমাৰ কথা বতৰাবিলাক শুনি আছিল নেকি ? মোৰ কথাত বাধা দি উঠিছিল নেকি — 'নাযাবা, নাযাবা, নাযাবা, মই তোমাক সাবধান কৰি দিলোঁ । সাবধান, প্ৰত্যেক কাৰ্য্যৰে প্ৰতিক্ৰিয়া আছে, তাৰ পৰা কোনেও হাত সাৰি থাকিব নোৱাৰে ।'

আজিও জানো এই ৰেস্টুৰাঁৰ এচুকত চহৰীয়া জুপুকা মাৰি বহি আছে ? এই তৰুণ-তৰুণীহালক সাবধানবাণী শুনাইছে ?

'সাবধান, ভণ্ডামি নকৰিবা, যি কৰা অকপটে কৰিবা ।'

মই কেৰাহিকৈ মোৰ সন্মুখত বহা তৰুণ-তৰুণী দুটাক চাবলৈ চেষ্টা কৰিলোঁ। বাপেকৰ ধনেৰে কলেজত পঢ়িছে । পৰীক্ষা পাছ কৰিব, খিলঞ্জৰ অফিচত এটা চাকৰি ল'ব, ষ্টাইল কৰি চিগাৰেট খাব, চিনেমা চাব, বুঢ়া হ'ব ।

ল'ৰাটোৰ মিহিকৈ খুৰোৱা, ছোৱালীৰ দৰে প্ৰসাধন কৰা, নিপোটল মুখখন চকুত পৰিল। ঠিক ওঁঠ দুটাৰ মাজতে জোতাৰ গোৰোহাটোৰে এক গোৰ মাৰি দিলে বাৰু কেনে হ'ব ?

অবস্থাটো কল্পনা কৰিয়ে মোৰ ৰবকৈ হাঁহি উঠি গ'ল । লৰালৰিকৈ মুখখন টিপি ধৰি চিগাৰেট হোপিলোঁ । বাহিৰত বৰষুণ নাই। পাহাৰৰ ওপৰৰ পৰা আকৌ বগা বাষ্পবোৰ উঠিবলৈ লৈছে ।

গলধনৰ অংশটোত এখন খহটা হাতৰ মিহি স্পৰ্শ এটা অনুভৱ কৰিলোঁ । উচাপ খাই উঠিলোঁ; সঁচাকৈয়ে চহৰীয়া আহি গ'ল নেকি ? অহসায়ভাৱে চকীখনৰ কোলাত সোমাই পৰি মূৰটো ঘূৰালোঁ । আটিল দেহৰ, অলপ নিষ্ঠুৰ ধৰণৰ প্ৰতিজ্ঞাবদ্ধ মুখখনেৰে সেইজন বাজখোৱা ।

"ৰাজখোৱা ?"

একেজাঁপে থিয় দিলোঁ । সিহঁতহালে অলপ অবাক হৈ চাইছিল। চাব নোৱাৰিছে।

কাউন্টাৰত পইচা দিবলৈ গৈ সুধিলোঁ, "আপোনাৰ চাহ ?"

"চাহ খাই কাউন্টাৰত পইচা দিবলৈ আহি আপোনাক দেখিলোঁ। কালি আহিলোঁ, "অফিচত আপোনাক বিচাৰি গৈছিলোঁ, নাপালোঁ । কাইলৈ যাম ।"

"ব'লক মোৰ ঘৰলৈ । বৰষুণ এৰিছে ।"

দুয়ো বাহিৰলৈ ওলাই আহিলোঁ ।

দুয়ো খোজকাঢ়ি আগবাঢ়িলোঁ । তামোল দুখন কিনি এখন ৰাজখোৱাক দি সুধিলোঁ— কথাৰ লাছতে, অহল্যাৰ কিবা খবৰ পাই নে ? মায়াৰ কিবা খবৰ জানে নে?

ৰাজখোৱাক অলপ বিব্ৰত হোৱা দেখা গ'ল । তেওঁ যেন কিবা এটা মনত পেলাবলৈ আপ্ৰাণ চেষ্টা কৰিছে ।

মোৰ গাত তেতিয়া বিদ্যুৎ — আঘাত হু হয়তো হু মই কেতিয়াও ৰাজখোৱাক অহল্যা বা মায়াৰ বিষয়ে একো কোৱা নাছিলোঁ ।

তেওঁ সোঁহাতৰ তৰ্জনী আঙুলিটো থিয় কৰি তালৈ চাই চাই আঙুলিটো জোকাৰিবলৈ ধৰিলে । মুখত ভৰি পৰা পিক্‌খিনিৰে সৈতে 'ওঁ ওঁ' ধৰণৰ শব্দ এটা কৰি ৰাস্তাৰ কাষত পিক্‌খিনি পেলাই আহি ৰুমালখনেৰে কোৱাৰি দুটা মচিলে ।

ৰুমালখন আকৌ জেপত গুজি গুজি কৈ উঠিল, "অ',.. ঠিক্ —মনত পৰিছে; সেই হিন্দী মাষ্টৰণীজনী ?"

ৰাস্কেল । হিন্দী মাষ্টৰণী ? তেওঁৰ পৰিচয় আৰু গভীৰ ।

মই সম্মতিসূচকভাবে মূৰটো জোকাৰিলোঁ, "হঠাৎ এদিন ডাঃ শইকীয়াৰ লগত দেখা। মোৰ ক্লাচফ্ৰেণ্ড আছিল ।" —তামোল চোবাই চোবাই মুখত হাঁহি এটা লৈ ৰাজখোৱাই কৈ গ'ল ।

"কোন ডাঃ শইকীয়া ?"

"ডাঃ নীল শইকীয়া । সেই মাষ্টৰণীৰ ভিনিহিয়েক ।"

মই তেতিয়া ৰুদ্ধ-শ্বাস উৎকৰ্ণ । ৰাজখোৱাই নিজেই কৈ গ'ল, "তেওঁক সিদিনা লগ পাই গ'লো । নগা পাহাৰত ডাক্তৰ। গোলাঘাটলৈ আহিছে।"

"গোলাঘাটলৈ ।"

"সেই সৰু ছোৱালীজনী যে ? মায়া নে কি নামটো কৈছিল ? তাইৰ কিবা অসুখ বেছি হু টনচিল ইত্যাদি" — হঠাৎ কথাৰ মাজতে ৰাজখোৱাই হাত দুটাৰে জোৰকৈ চাপৰি এটা মাৰি চিঞৰি ক'লে, —"ইন্টাৰেষ্টিং, বুজিছে ?"

লগে লগে মুখখনত বহল হাঁহি এটা টৌ খেলাই মোৰ মুখলৈ চালে ।

মোৰ মুখৰ পৰা গোটেইবিলাক তেজ কোনোবাই দীঘল নলিচা এডাল লগাই শুহি লৈ যোৱা যেন লাগিল। মই যেন মৰাশ এটাৰ মুখ এখনহে লগাই লৈছোঁ।

ৰাজখোৱাই হাঁহিটো বেছি আগবাঢ়িবলৈ নিদি মুখখনলৈ বেজাৰৰ ভাব এটা আনি ক'লে, "বৰ ট্ৰেজিক কিন্তু হু যদিও হাঁহিলোঁ ।"

"মানে ?"

যিমান পাৰি নিৰাসক্ত ভাৱেই সুধিলোঁ, — মায়াৰ কিবা বেয়া .... ?

"হা ? না, না, নহয়, নহয় । অসুখ আৰু । টনচিল, ব্ৰঙ্কিয়েল ।"

"তেনেহ'লে ?"

ৰাজখোৱাই বাওঁহাতৰ মধ্যমা আঙুলিটোৰে সোঁগালৰ তলৰ অংশটোৰ ব্ৰেজে এৰি অহা ডাঢ়ি কেইডালমান মোহাৰি খজুৱতিটো সুত লগাই ক'লে—

"মানে, আমাক বাইদেবেকৰ জীয়েক বুলি কৈছিল, নহয় জানো ? আচলতে কি জানে ? ডাক্তৰ মোৰ বৰ বন্ধু — কৈ দিলে সকলো ।"

ৰাজখোৱাই আকৌ তামোল চোবাই মুখৰ পিক্‌খিনি পেলাবলৈ আলিৰ কাষলৈ গ'ল।

মই তেতিয়া উত্তেজনাত ফাটি পৰা অৱস্থাত । মোৰ তালুখনে ভমক্ ভমক্ কৰিবলৈ ধৰিলে । সেইপিনেদিয়ে যেন আগ্নেয়গিৰি এটা উদ্‌গীৰিত হ'ব । মই যেন চিঞৰি চিঞৰি সোধোঁ ৰাজখোৱাক ,' কৈ দিয়ক, কি জানে কৈ দিয়ক । নহ'লে কিজানি, নহ'লে কিজানি মই আপোনাক হত্যা কৰিম ।'

ৰাজখোৱাৰ কিন্তু মোৰ অৱস্থালৈ ভ্ৰূক্ষেপ নাই ।

ডিঙিটো এবাৰ খেকাৰি গৈ থাকোঁতেই তেওঁ কৈ গ'ল, "আচলতে ছোৱালীজনী তেওঁৰ নহয়। কথাৰ লাহুতে ওলাই পৰিল।"

"তেওঁৰ নহয় ? কাৰ ?" — একো নোসোধাকৈ বা নমতাকৈ থাকিলে কিবা সন্দেহ কৰে বুলিয়ে মই সুধিলোঁ ।

"অহল্যাৰ ।"

খটং। ভিতৰৰ কোনো এডাল সিৰা সশব্দে যেন ছিগি গ'ল। ডিঙিৰ ভিতৰৰ কিবা এটাই যেন সোপা মাৰি ধৰিলে। প্ৰথমে অলপ সেহাই, পিছলৈ জোৰ কৰি ডিঙিটো পৰিষ্কাৰ কৰি সুধিলোঁ, "অহল্যাৰ ? মানে ?"

"সেয়েতো ট্ৰেজেডি। স্কাউণ্ড্ৰেল এটাই, হু।" —তাৰ পিছত মুখলৈ সেই আগৰ হাঁহিটো আনি ক'লে, "অৱশ্যে ইলেক্‌চনৰ সময়তে জানিব পৰা হ'লে ...."

ৰাজখোৱাই হাঁহিটো মুখখনত ধৰি ৰাখি কোবাৰিৰ কাষেদি জিভাখনৰ আগটো উলিয়াই ধৰিলে। তামোলৰ সেলেঙিৰে টিক্ টিক্‌কৈ ৰঙা হোৱা জিভাৰ আগটোত দেহৰ যেন সকলো কামনা থুপ খাই নৃত্য আৰম্ভ কৰি দিছে।

মোৰ সোঁহাতখন উত্তেজনাত মুষ্টিবদ্ধ হৈ উঠিল। ৰাজখোৱাৰ থুঁতৰিৰ ঠিক তলতে যদি এটা বক্সিং দিব পাৰোঁ, তেনেহ'লে বাগৰি বাগৰি তলত পৰিবগৈ। কিন্তু যদি মিচ্ কৰোঁ, সেই মহিষাসুৰৰ হাতত মোৰ কি অৱস্থা হ'ব ভাবি আপোনা-আপুনি হাতৰ মুঠি মোকল খাই গ'ল।

তাৰ উপৰি প্ৰয়োজনেই বা কি ? ৰাজখোৱাই একো নাজানে। মই যিমান পাৰি বিস্মিত সুৰত কৈ উঠিলোঁ, "কি আচৰিত হু"

"কিয় ?" ৰাজখোৱাই টপক কৰে মোৰ ফালে ঘূৰি লৈ মোক প্ৰশ্ন কৰিলে, "ইয়াত আচৰিত কি পালে ?"

"এনেকৈ যে লুকুৱাই ৰাখিছে ? একো নাজানিলোঁ হু"

"দুদিনতে জানিব পাৰে নে ? বছৰৰ পিছত বছৰ ধৰি জনাবিলাককো আমি জানো সম্পূৰ্ণ জানো ?"

—"অব্‌কৰ্চ, অব্‌কৰ্চ।"

"এই ধৰক মোৰ কথাই, মই নক'লে আপুনি জানিব পাৰিব জানো, মোৰো তেনেকুৱা এটা ঘটনাই ঘটিছিল ?"

ৰাজখোৱাই হঠাৎ এনেকৈ মোৰ আগত নিজক উদঙাই দিব বুলি ভবা নাছিলোঁ। দেহাটো এবাৰ কঁপি উঠিল, — লোকৰ ইমান এটা প্ৰাইভেচি মোক জনোৱাত। তথাপি সহজ সুৰতে অভিজ্ঞ লোকৰ দৰে ক'লোঁ, "কিমান থাকে তেনেকুৱা ঘটনা।"

"কিন্তু মই ইমান কেঁচা নহয় যে অহল্যাৰ দৰে এৰি থৈ আহিম। টকাৰ কথা, বন্ধু। ঘৰ গৃহস্থী কৰি চলি আছে। মই তাকে ডাক্তৰক ক'লোঁ, নিজে ডাক্তৰ।"

"ডাক্তৰে কি ক'লে ?"

"আবোল-তাবোল । ধৰ্ম-পাপ-নৰক ।"

"এক প্ৰকাৰে হয় । নহয় জানো ?"

"কোনটো পাপ ? মুক্তি দিয়াটো ? নে বোজা লৈ সমাজত জীয়াই থকাটো ? সেই ছোৱালীজনীৰ জানো কিবা ভৱিষ্যত আছে, আমাৰ সমাজত ?"

"সমাজখন আমাৰেই সৃষ্টি; আপুনি, মই ।"

"কিন্তু আপুনি মই সমাজখন বদলাব নোৱাৰোঁ । মহাভাৰতৰ দিনতেইতো কুন্তীয়ে কৰ্ণক উটুৱাই দিব লগা হ'ল ।"

"কিন্তু কুন্তীয়ে জানো অতীতটোক উটুৱাই দিব পাৰিলে ? কোনেও নিজৰ কৃতকৰ্মৰ পৰা পলাই সাৰিব নোৱাৰে । আপুনি কি কয় ?"

"আপাততঃ কামটো সিদ্ধি হ'ব লাগে । পিছৰ কথা পিছত । অহল্যাৰ কথাই ভাবক" — ৰাজখোৱাই একো নভবাকৈয়ে যেন কৈ গ'ল ।

দুয়ো খৰকৈ আগবাঢ়িলোঁ । আকৌ এজাক ৰৰষুণ অহাৰ আগন্তুক ।

ৰৰষুণ আকৌ হুৰহুৰাই আহিছিল । ঠেটুৰে খৰা ঠাণ্ডা । লোহাৰ চুলা এটাত কয়লা জ্বলাই মাজত লৈ আমি দুয়ো দুফালে বহি লৈছিলোঁ । প্লেটত আলু-মটৰ ভজা আৰু হুইস্কীৰ বটল । টিপটত গৰম গৰম চাহ । মাংসে আনিবলৈ বজাৰলৈ যাব নোৱাৰিলে ৰান্ধনিটো । ৰৰষুণ বৰ বেছি ।

"আপুনি কিন্তু আজি মোৰ আলহী, ৰাজখোৱা চু"

"ন' ন', নধৰিব মিঃ মিঃ — "

"কাকতি" - মই জানিছিলোঁ তেওঁ মোৰ নাম বা উপাধিটো পাহৰিছে — "বিপুল ।"

"মিঃ কাকতি । হোটেলত মোৰ বন্ধু-বান্ধৱ আছে । শিলঙলৈ আহি নিৰামিষে যাম নে ? কাইলৈ যামেই যেতিয়া.... হেঃ হেঃ হেঃ ।"

দুয়ো দুটা মূঢ়াত বহি লৈছিলোঁ । জুই সেকিবলৈ ভাল ।

দুয়ো দুই পেগ ঢালি দুয়োৰো শুভ-কামনা কৰাৰ উদ্দেশ্যে গিলাচ দুটা লগ লগাবলৈ গৈ ৰাজখোৱাই কৈ উঠিল, "প্ৰথমে অহল্যাৰ শুভ কামনাৰে ।"

"নিশ্চয় চু" মই খোলা হাঁহি এটা মাৰি ক'লো, "সেয়ে হওক ।"

প্ৰথম প্ৰথম দুঢোকমান সৰহকৈ গিলি দিলোঁ । ৰাজখোৱাই মিহি শোহা এটা মাৰি ক'লে—

"তেনেকৈ আচল সোৱাদ নাহে দেই । লজেন্স্ এটাও মানুহে চুহি খালেহে সোৱাদ পায় ।"

"মই লজেন্স একে কামোৰে ভাঙি খাইছিলোঁ ।"

"আপোনাৰ দ্বাৰা তেনেহ'লে নহয়" — ৰাজখোৱাই মিচিকিয়াই হাঁহিলে ।

"কি নহ'ব ?"

"সোৱাদ লোৱা । আপুনি খাবহে, সোৱাদ ল'ব নোৱাৰে ।"

"মোৰ প্ৰথমবাৰতে বুকুখন জ্বলি যাব লাগে ।"

"আপোনাৰ তেনেহ'লে টেষ্ট্ সুকীয়া ।" ৰাজখোৱাই আৰু দুবাৰমান শোহা মাৰি আলু ভাজি কেচকলমান চোবাবলৈ লাগিল ।

ৰাজখোৱাৰ মুখখনলৈ অলপ সময় একেথৰে চাই হঠাৎ মোৰ বৰ মৰম লাগি গ'ল । এই মানুহজন যেন মোৰ বহুদিনৰ চিনাকি, যেন কোনোবা জন্মৰ আপোন। এওঁক সাৰথি কৰি লৈ যিকোনো অৱস্থালৈ আগবাঢ়ি যাব পাৰোঁ ।

ৰাজখোৱাই আঁঠু দুটাৰ ওপৰত হাতৰ ঠাৰি দুটা থৈ হাত দুখন তললৈ ওলোমাই দুই হাতৰ তলুৱাৰ মাজত গিলাচটো সুমুৱাই একান্ত মনে জুইকুৰালৈ চাই আছিল । যেন ৰঙা দগমগীয়া কয়লাখিনিৰ মাজত এখন পুৰণি চিঠিহে পঢ়িছিল।

অকস্মাৎ মোৰ মুখৰ পৰা কথা ওলাল ।

"বাৰু ৰাজখোৱা, ডাক্তৰে আপোনাক একো নক'লে নে ? ... তাৰ বিষয়ে ? তেওঁ নাজানে নে কোন সেই পাষণ্ড ?"

"সিমানখিনি নুসুধিলোঁ। জানিলেই যেনিবা । কি কৰিব ? এজন প্ৰফেছাৰৰ কথা জানো । একে ধৰণৰ ঘটনা । সকলোৱে জানে । কিন্তু কি কৰিব । প্ৰমাণ ? মোৰে সম্পৰ্কীয় ।"

"তথাপি অনুতাপ, যন্ত্ৰণা নাথাকিব নে ?"

"সেই কাৰণেইতো সুৰাৰ সৃষ্টি, ট্ৰেঙ্কুইলাইজাৰ, হাছিফ্ হিৰোইন ।"

"ধৰক, কোনোবাই ভুল কৰিলে। নাজানে সেই ভুলৰ বিষয়ে । তেতিয়া অনুতাপ হ'ব নে ?"

"মানুহৰ চৰিত্ৰ কাৰো লগত কাৰো নিমিলে । কোনোবাই সামান্য ছিদ্ৰ এটাকে বহলাই লয় । কাৰোবাৰ ডাঙৰ কথাও একো নহয় ।"

"আপোনাৰ নিজৰ ক্ষেত্ৰত কি হ'ব ? অনুতাপ হ'ব নে ?"

"মোৰ একো অনুতাপ নাই ।"

"তেনেহ'লে মদ খাই কিয় ? এইমাত্ৰ ক'লে যে ?"

ৰাজখোৱাই গিলাচটো আকৌ ভৰাই লৈ হাঃ হাঃ হাঃ ধৰণে কাঠ হাঁহি এটা মাৰি ক'লে, "মাই ডিয়েৰ ফ্ৰেণ্ড, আপুনি বয়সত মোতকৈ দহ বছৰমানৰ সৰু হ'ব । নহ'ব?"

"কিন্তু বয়সৰ প্ৰশ্নটো আহিল কেনেকৈ ? জুয়ে সকলোকে পোৰে ।"

"জুয়ে পুৰিবই । তথাপি আমি জুইৰে কাষ চাপি আহোঁ ।"

নতুনকৈ অলপ কয়লা দি চুলাটো লৰাই দিয়াৰ লগে লগে দগ্‌মগীয়া আঙঠাবোৰ বাখৰৰ দৰে তিৰবিৰাই উঠিল ।

বহুত সময়লৈ দুয়ো আকৌ খোৱা-পিয়াত ব্যস্ত থাকিলোঁ ।

এবাৰ আগৰ কথাৰ জেৰ টানি আকৌ সুধিলোঁ — "ধৰক, কোনোৱে যদি পলমকৈ ভুল এটা ধৰা পেলালে, তেতিয়া শুধৰাবৰ সময় থাকে নে ? ভুলবিলাক জেৰিকৈ শুধৰাব পাৰি নে ?"

"পৰীক্ষাত এবাৰ বে'ল পৰিল । বহীখন দি ওলাই আহিছোঁ, মনত পৰিল অঙ্ক এটাৰ সামান্য ভুল এটা হ'ল — এক ঠাইত দুই লিখি আহিলোঁ । লৰালৰিকৈ সোমাই গৈ শিক্ষক-পৰীক্ষকজনক ক'লোঁ । তেওঁ হাঁহিলে । ক'লে সময় পাৰ হ'ল ।"

ৰাজখোৱাই গিলাচটো দুই হাতেৰে মুঠি মাৰি ধৰি মৃদু হাঁহি এটা মুখত লৈ ৰৈ গ'ল।

মই কিবা এটা ক'বলৈ গৈ দেখোঁ যে জিভাখন ডাঠ, জঠৰ হৈ পৰিছে ।

ৰাজখোৱাই গিলাচটো মুখৰ ওচৰলৈ নি গিলাচৰ ভিতৰত দুয়োটা চকুৰ দৃষ্টি থৈ এটা এটাকৈ শব্দ উচ্চাৰণ কৰি ক'লে, "কিছুমান ভুল কেতিয়াও শুধৰাব নোৱাৰি ।"

"কেতিয়াও নোৱাৰি ?" — খহটা জিভাখন জোৰেৰে সক্ৰিয় কৰিবলৈ গৈ মই প্ৰায় চিঞৰি উঠিলোঁ ।"

মোৰ অস্বাভাবিক কণ্ঠস্বৰত তেওঁ মূৰ দাঙিলে ।

"তেন্তে তাৰ প্ৰতিকাৰ কি ? অনুতাপৰ জুইত দগ্ধ হোৱা ? যাক ক্ষমা খুজিব লাগে, তাৰ ওচৰত ক্ষমা খোজা ?" — উত্তেজনাত মোৰ কপালখন সেমেকি উঠিছিল।

"হ'ব পাৰে । মোৰ প্ৰেচক্ৰিপ্‌চন কিন্তু মদ খোৱা ।"

"কিন্তু মূল কথাটোলৈ যাওক । মানুহে তেনেহ'লে ভুল কৰে কিয় ?"

"সেয়েতো প্ৰশ্ন । ভু-ল ক-ৰে কি-য় হু"

"ভাগ্য ?"

"ডেমিট্ হু"

"কৰ্মফল ?"

"ননচেন্স্ হু' ন-ন্-চেন্স ।"

"তেন্তে ?"

"এক্সিডেন্ট্ ।"

"এক্সিডেন্ট্ হয় কিয় ?"

"এক্সিডেন্ট্ ইজ এক্সিডেন্ট্ । কাৰণ থাকিলে সি হ'ব লজিক।"

"কিন্তু চহৰীয়াই কি ক'ব জানে নে ? ক'ব, কৰ্মফল । পূৰ্ব জন্মৰ কৰ্মফল ।"

ৰাজখোৱা থৰক-বৰককৈ থিয় হ'ল । পৰে বুলি অলপ ধৰিবলৈ চেষ্টা কৰি মই লগতে থিয় হ'লোঁ ।

"বাই, বাই, ফ্ৰেণ্ড হু টিল নেক্সট্ লাইফ্ হু"

"আপুনি যাব পাৰিব জানো ।"

"টেক্সি নাপাম ?"

"নাপাবও পাৰে ।"

"হু কেয়াৰচ ? ডেমিট্ হু"

"আপুনি লগ পালে ক'বচোন, ইয়াতে চিকিৎসা কৰাওক ।"

ৰাজখোৱাই অৰ্থশূন্য দৃষ্টিৰে মোলৈ চাই ৰ'ল । তাৰ পিছত মূৰ জোকাৰি জোকাৰি ক'লে, "অ' আই চি হু হাঃ হাঃ হাঃ — নিশ্চয় ।"

পুৱা যেতিয়া সাৰ পাওঁ ঘড়ীত তেতিয়া ৯ বাজি গ'ল । গোটেই গাত বিষ আৰু মূৰটো টিঙিচ্ টিঙিচ্ কামুৰিছে । দুৱাৰখন মেলি দি ৰান্ধনিটোক চিঞৰিলোঁ । বাহিৰত উজ্জ্বল ৰ'দ । মুখ-হাত ভালদৰে ধুই ড্ৰয়াৰত এনাচিন, নাভালজিন জাতীয় টেবলেট্ এটা বিচাৰি পাই চাহৰ লগত খাবলৈ উলিয়াই থ'লোঁ ।

অলপ পিছতে ল'ৰাটোৱে চাহ, কেক্ লৈ আহিল ।

"কেৰাবাৰো দুৱাৰত টকিয়াইআপোনাক মাতিছিলোঁ" -সি ক্ষমা খোজাৰ সুৰত ক'লে।

"আজি দেওবাৰ, মই পলমকৈ উঠোঁ, জানই ।"

"কালি ৰাতি অহা মানুহজন আহিছিল, সেই কাৰণে ।"

"কোন ? ৰাজখোৱা ? কি ক'লে ? মোক মাতিছিল কিয় ?"

"তেখেত যাবলৈ ওলাই আহিছে । তাকে কৈ গৈছে ।"

"আৰু একো কোৱা নাই ?"

"ওহোঁ" - সি মূৰ জোকাৰিলে ।

সি নিজৰ কামত গুচি গ'ল । ৰাজখোৱা । যোৱা ৰাতিৰ কথাবিলাক স্বপ্ন স্বপ্ন যেন লাগি আছিল । কিন্তু স্বপ্ন নহয়, ৰাজখোৱা আহিছিল, কথা পাতিছিলোঁ, ড্ৰিংক্ কৰিছিলোঁ । ৰাজখোৱাই কৰ্মফলত বিশ্বাস নকৰে । অনুতাপ দূৰ কৰিবৰ কাৰণে ড্ৰিংক্ কৰে ।

কিহৰ অনুতাপ ?

হত্যাৰ ?

ৰাজখোৱা হত্যাকাৰী । ভদ্ৰ হত্যাকাৰী । নিজেই স্বীকাৰ কৰিছে । মনৰ জালত নহয়, সজ্ঞানে, সুস্থ শৰীৰে । নিজ হাতে নহ'লেও, নিজৰ টকাৰে । তেওঁৰ বোলে অনুতাপ নাই । আকৌ কম মানুহে নিচা কৰে অনুতাপ ঢাকিবৰ কাৰণে ।

ইলেক্চনত সেই ল'ৰাজনে ৰাজখোৱাৰ পাৰিবাৰিক জীৱনৰ বিষয়ে কৈছিল । কি কৈছিল, কথাখিনি মনত নাই । কিন্তু বৰ অসুখী তেওঁৰ পাৰিবাৰিক জীৱন । কিহৰ কাৰণে অসুখী ? কোন দায়ী ? চহৰীয়াই ক'ব — তেওঁৰ কৰ্মফল হু

অহল্যাৰ ক্ষেত্ৰতো তেনে ব্যৱস্থাই ল'ব লাগিছিল বুলি তেওঁ ইঙ্গিত দি গ'ল । সেই ইঙ্গিত কাক দিলে ? মোক ? মোৰ কথা জানিলে নেকি ? ডাক্তৰে ক'লে ? নিশ্চয় ক'লে ।

মোৰ সৰ্বশৰীৰ জুৰি আকৌ এক অস্থিৰতা আৰম্ভ হ'ল । এজাক ক'লা পৰুৱাৰ দৰে গা মূৰে সকলোতে অস্থিৰতাখিনি বগাই ফুৰিবলৈ ধৰিলে ।

ময়ো গোলাঘাটলৈ এপাক নাযাওঁ কিয় ? ঠিক, কেইদিনমান ছুটী লৈ গোলাঘাট, মহৰামুখলৈও যাব পাৰোঁ । মায়াক লৈ আহিব পাৰোঁ । অহল্যাও আহিব পাৰে । অহল্যাক ভৰিত ধৰি ক্ষমা খুজিম । ক'ম, কিছুমান ভুল শুধৰাব নোৱাৰি ।

সেইদিনাও অহল্যাই মোক ভুল বুজিলে । মায়াৰ অসুখৰ দিনা, মোৰ ইচ্ছা আছিল অহল্যাৰ ভৰিত ধৰি ক্ষমা খোজা । অহল্যাই কিন্তু মোক ভুলি বুজিলে ।

ক'ব নোৱাৰাকৈয়ে চকুটোলে মোৰ হাত গ'ল ।লগে লগে গোটেই গাটো বিছাই ডকাৰ দৰে ঘৃণাত বোবোলা-বোবোল হৈ পৰিলে ।

কি কাৰণত মই অহল্যাৰ ভৰিত ধৰি ক্ষমা বিচাৰিব লাগে ? মই এটা সামান্য উপকাৰ কৰিছিলোঁ । অতি সাধাৰণ কথা । বহু; সিমানতে শেষ । মোক একেবাৰে নিজৰ কৰি, নিজৰ তেজৰ বুলি গোটেই ঘৰখনে সাবটি ধৰিছিল কিয় ? তেওঁলোকৰ উদ্দেশ্য আছিল কি ? অহল্যাক কোনোমতে মোৰ কান্ধত ওলোমাই দিয়া ? এটা ধ্বংস হৈ যোৱা পৰিয়ালৰ সকলো আবৰ্জনা মূৰ পাতি লোৱা ? মোক জালত পেলাবলৈকে কিজানি অহল্যাক ইমানখিনি ফ্রি কৰি দিছিল ! .....তেজৰ সম্পৰ্ক । ফুঃ খাঁটি তেজৰ সম্পৰ্কৰ ক্ষেত্ৰতো মানুহে কিমান পাশবিক আচৰণ কৰি আহিছে, ক'টলে এ'ঘন্টা গ'লেই দেখোন বুজিব পাৰি । মানুহৰ পৃথিৱীখনত কি কাণ্ড হোৱা নাই ? তেনেহ'লে মোৰ ওপৰত ইমান বিশ্বাস কিহৰ কাৰণে ? জানে, মই ফান্দত ভৰি দিলে লব্বাব নোৱাৰিম ।

কি প্ৰয়োজন মোৰ অহল্যাৰ ওচৰলৈ দৌৰিবলৈ ? নাযাওঁ মই গোলাঘাটলৈ ।

... মোক কিয় নজনালে অহল্যাই ? তেতিয়াও কিজানি মোৰ মনৰ পৰিবৰ্তন হ'লহেঁতেন হু নাইবা বাজখোৱাৰ দৰেই কিবা এটা ব্যৱস্থা ল'ব পাৰিলোহেঁতেন ।

... বাজখোৱাৰ দৰে ?

... নহয়, বাজখোৱাৰ দৰে নহ'লেও ... আন কিবা ব্যৱস্থা ।

.... কিজানি অহল্যাকে গ্ৰহণ কৰিলোহেঁতেন হু চাহ খোৱা কেতিয়াবাই শেষ হৈছিল। কম চাফা কৰিবলৈ ল'ৰাটোৱে ঝাক এটা লৈ সোমাই আহিল । তাক সোনকালে বন্ধা-বঢ়া কৰিবলৈ কৈ মই বাথৰুমত সোমালোঁ । মূৰৰ বিষ অলপ ভাল হৈছিল, কিন্তু মূৰটো গধুৰ লাগি আছিল । ভালদৰে গা ধুলে নিশ্চয় ভাল লাগিব।

দুপৰীয়া খাই উঠি বহুত সময়লৈকে শুলোঁ । কোনোবা বন্ধু-বান্ধৱ আহি যাব পাৰে। গতিকে আবেলি চাহ একাপ খাই সোনকালে ওলাই পৰিলোঁ । দেওবাৰে সাধাৰণতে বন্ধু-বান্ধৱ আত্মীয়সকলৰ ওচৰলৈ যোৱা হয় । বহুত দিন কাৰো ঘৰলৈ যোৱা নাই। আজিও যাবৰ মন নগ'ল । আজি অকলে অকলে বহুত দূৰ ফুৰিম, বেচৰ্ক'চলৈও যাব পাৰোঁ । মুঠতে খিলঙৰ এই আপুৰুণীয়া ধূলীয়া বতৰত মানুহৰ ঘৰত মেল মাৰি কটাই দিব নোৱাৰি । খিলঙৰ বাটত তেতিয়া মানুহৰ ভিৰ । বেচৰ্ক'চৰ ফালেই মানুহৰ খোজবোৰ আগবাঢ়িছে বুলি কব পাৰি । কত ধৰণৰ, কত বৰণৰ, বিচিত্ৰ সাজৰ, বিচিত্ৰ মাতৰ মানুহ । এহাল আমেৰিকান, এহাল তামিল, এটা নেপালী পৰিয়াল, এটা খাচিয়া পৰিয়াল, বঙালী, ক'ত ধৰণৰ ভাষা-ভাষী । অসমীয়া মানুহ বৰ কম ।

ৰাজধানী হ'লেও অসমৰ ভৈয়ামৰ মানুহ কম । এই ৰাজধানীৰ লগত আমাৰ অন্তৰৰ সম্পৰ্ক নাই । নাই অসমীয়া ব্যৱসায়ী, শিল্পপতি, ডাঙৰ দোকানী । তথাপি এটা নতুন ঢৌ উঠিছে অসমীয়া— বিৰোধী । নিজৰ ঠাইতে অসমীয়া আজি আলহী, তথাপি সকলোৱে কৈছে অসমীয়া শোষণকাৰী হু

এই মানুহবিলাকৰ বাক মনৰ ইঞ্জিনবিলাক নিখুঁতভাৱেই চলিছে নে ? এই মানুহবোৰে যদি বহি বহি কৰ্মফলৰ চিন্তা কৰি থাকিলহেঁতেন, তেনেহ'লে পৃথিৱীখন চলিলহেঁতেন ? এই মানুহবোৰ যদি নৰকলৈহে যায়, তুমিনো অকলে স্বৰ্গলৈ গৈ খম্‌খমকৈ বহি থাকিবা নে ? কিহে বন্ধুবৰ ৰত্নেশ্বৰ চহৰীয়া ? বাহিৰৰ পৃথিৱীখনলৈ এপাক চকু ফুৰাই চোৱাচোন, ইয়াত কি ঘটিব লাগিছে ? সেইবিলাক তোমাৰ চকুত নপৰে, আৰু মই এটা অতি সামান্য অপৰাধ কৰিছিলোঁ আৰু তুমি মোক ভয় দেখুৱাইছা কৰ্মফলৰ । ফুঃ । "ডেমিট্ ননচেন্স্ ।"

কেনি, কিমানদূৰ আহিলোঁ ক'ব নোৱাৰোঁ, গাড়ী-ঘোঁৰা নোযোৱা অঞ্চলটো পাইহে মোৰ চমক্ ভাগিল । মই ক'ব নোৱাৰাকৈয়ে ফলচ্‌ৰ ফালে আহি আছোঁ ।

ফলচ্‌ৰ ফালে ফুৰিবলৈ যোৱা মানুহৰ সংখ্যাও কম নহয় । মই তেনে এটা দলৰ পিছে পিছে যন্ত্ৰবৎ আগবাঢ়িলোঁ । ৰাস্তাটো বৰ ঠেক, কোনো ঠাইত এবাৰত এজন মানুহ মাত্ৰ যাব পাৰে ।

..... 'অৱশ্যে মই তেওঁলোকলৈ ধন্যবাদ জনাই চিঠি এখন দ্ৰুপ কৰা উচিত আছিল। অন্ততঃ মায়াৰ অসুখ দেখি অহাৰ পিছতো কেনেকুৱা হ'ল খবৰ কৰি চিঠি এখন নিদিয়াটো নিতান্ত অভদ্ৰামি-অভদ্ৰামি কিয়, ইনহিউমেন অমানৱীয় হৈছে । মোৰ বাৰু কিয় সাহস নহ'ল মায়াৰ খবৰ ল'বলৈ ? মায়াৰ নামত মোৰ ভিতৰৰ মানুহটো কঁপি উঠিল কিয় ? এতিয়াও কঁপি উঠে কিয় ?'

মই গৈ ফলচ্‌ৰ বিপৰীত পাৰে ফলচ্‌ৰ মুখামুখিকৈ থিয় দিলোঁ । মাজত খৰস্ৰোতা পানী ফলচ্‌ৰপৰা বাগৰি আহিছে । যিবিলাকে ফলচ্‌লৈ যাব খুজিছে, সেইবিলাকআৰু আগলৈ গৈ শিল বগাই সিটো পাৰ পাইছেগৈ । এই পাৰে কম মানুহহে আছে। মই সিটো পাৰলৈ যাবলৈ ইচ্ছা নকৰিলোঁ । মানুহৰ সমাগম মোৰ বাবে অসহ্য । ফলচ্‌ৰ মুখে মুখে এই পাৰে সৰু পুল এটাইদি হো হোৱাই পানী বৈ গৈছে । পুলৰ মুখটো পকা কৰা আৰু আৰাম কৰি বহিব পৰা । তাত আন কোনো নথকাত অকলে আৰাম কৰি বহি লৈ চিগাৰেট এটা জ্বলাই ল'লোঁ ।

দূৰ-দূৰণিত নীলা হৈ পৰা পৰ্বতবিলাকে হঠাৎ নীল গুলি খোৱা এটো পানীত পিছলি পৰি লবালৰিকৈ এইমাত্ৰ যেন ওপৰলৈ উঠি আহিছে । পৰ্বতৰ পিছল টিংবিলাকত

খামুচি ধৰি কোনোমতে খহি নপৰাকৈ ৰৈ আছে আৰেলি বেলিৰ ৰেঙনিবিলাকহু ... মই যদি এজন চিত্ৰকৰ হ'লোহেঁতেন হু

আকাশৰ, সীমান্তৰ ডাৱৰবিলাকে ক্ষণে ক্ষণে ৰূপ সলাব লাগিছে। সেইবিলাক যেন মানুহৰ জীৱনৰে বিচিত্ৰ ৰূপ, পৃথিৱীৰ ৰঙ্গমঞ্চত মানুহৰ বিচিত্ৰ লীলা-খেলা। চাওঁতে চাওঁতে এডোখৰ ডাৱৰে এজন মানুহৰ মুখৰ আকৃতি ল'বলৈ আৰম্ভ কৰিলে। শকত আৱত দেহৰ, পূৰঠ মুখখনত একোছা গোঁফেৰে সেইখন যেন, সেইখন যেন অহল্যাৰ দেউতাকৰ মুখ হু অহল্যাৰ দেউতাক সদানন্দ খাওন্দ, স্বৰ্গীয় সদানন্দ খাওন্দ। এক্সিডেন্টৰ পিছত তেখেতে পেঙুচিয়াই খোজ কাঢ়িব লগা হৈছিল। এয়া যেন প্ৰথমবাৰ তেওঁ যেনেকৈ মোৰ ওচৰতে চকী এখনত বহি কথা পাতিছিল, ডাৱৰখিনিয়ে যেন ঠিক সেই ৰূপটোকে গ্ৰহণ কৰিছে।

"তুমি মোৰ ল'ৰা। মোৰ ডাঙৰ ল'ৰা এটা আছিল। জীয়াই থকা হ'লে তোমাৰ সমানেই হ'লহেঁতেন। অঞ্জনা আছিল তাৰ তলৰ। অঞ্জনাক আজি দুবছৰৰ আগতেই বিয়া দিলোঁ। ডাঃ নীলাকান্ত শইকীয়া কোহিমাত থাকে। মোৰ এক্সিডেন্টৰ খবৰ দিয়া নাছিলোঁ। তাইৰ এডভাঞ্চ্ সময় আছিল ....... ।"

...... মই কেবাবাৰো গৈছিলোঁ তেওঁলোকৰ ঘৰলৈ। মই যেন প্ৰবাসত থকা তেওঁলোকৰ ঘৰৰহে এজন মানুহ। এনে ধৰণৰ হৈ পৰিছিল মোৰ প্ৰতি তেওঁলোকৰ ব্যৱহাৰ। মোৰ কাৰণে এটা নিৰ্দিষ্ট কম, এখন নিৰ্দিষ্ট বিচনা, তাৰ উপৰি অহল্যাৰ মাকে (খুৰীদেউ বুলি মাতিছিলোঁ) মই ভালপোৱা খাদ্যৰ ব্যৱস্থা বৰ যত্নেৰে কৰিছিল।

হঠাৎ যুদ্ধ বন্ধ হৈ গ'ল। বহুত টকাৰ ঠিকা আধা কৰা হ'ল। সেইবিলাকৰ ক্ষতিপূৰণ কোনেও নাপালে। খাওন্দেও নাপালে।

মাটি বাৰী বন্ধকত থৈ বেঙ্কৰ পৰা বহুত টকা ধাৰ কৰি ডাঙৰ ঠিকা লৈছিল তেওঁ, তেওঁৰ পৰা বহুতেই ছাব কন্ট্ৰেক্ট লৈছিল।

তেখেত সৰ্বস্বান্ত হৈছিল। ঘৰৰ ভেটিও নীলামত গ'লহেঁতেন, জোঁৱায়েকেহে ৰাখি দিলে। কোনোমতে পেটে-ভাতে চলি থকা অৱস্থা। অহল্যাক কোনোমতে এঠাইত গতাব পাৰিলেই একমাত্ৰ ল'ৰা জীতুক ডাঙৰ ভিনিহিয়েকৰ ওচৰত চমজাই দিব- এয়ে আছিল তেওঁলোকৰ পৰিকল্পনা। এইবিলাক কথা পিছতহে জানিব পাৰিছিলোঁ।

মুঠতে প্ৰথম দৃষ্টিতে মোৰ চকুত এই পৰিয়ালটোক ধুমুহা পাৰ হৈ যোৱা কল-বাৰী এখনৰ দৰে লাগিছিল। সংসাৰৰ এই জ্বালা-যন্ত্ৰণাময় ফালটোৰ বিষয়ে মোৰ আগৰ অভিজ্ঞতা একেবাৰেই নাছিল। প্ৰাচুৰ্য্য নাছিল সঁচা, কিন্তু অভাৱ-অনাটনো নাছিল।

দেউতা আছিল চৰকাৰী অফিচ এটাৰ হেডক্লাৰ্ক । যুদ্ধৰ আগৰ ষ্টেণ্ডাৰ্ডত আমাৰ অৱস্থা স্বচ্ছলেই আছিল ।

অহল্যাও গাঁৱৰ ছোৱালী হিচাপে ধুনীয়া বুলি আনে ক'লেও এনে বিশেষ আকৰ্ষণীয় নাছিল যে মোৰ দৰে উচ্চ শিক্ষিত ডেকা এজনক তেওঁৰ সান্নিধ্যই উন্মাদ কৰি তুলিব। গাঁৱৰ ছোৱালীৰ যি স্বাভাৱিক সৰলতা, গম্ভীৰতা আৰু মাধুৰ্য্য থাকিব লাগে, সেইখিনিয়ে তেওঁৰ আছিল । তাত নগৰীয়া কৃত্ৰিমালিৰ বোল পৰা নাছিল । আমাৰ নগৰবিলাকলৈনো কৃত্ৰিমালিৰ পয়োভৰ আহি পৰিছে কেতিয়াৰ পৰা ? সৌ সিদিনাৰ পৰা, বিশেষকৈ স্বাধীনতাৰ পিছৰ পৰা । আগৰ ছোৱাত নগৰীয়া-গাঁৱলীয়া জীৱনৰ মাজত পাৰ্থক্য অকল মনৰহে । আমাৰ আত্মীয়-কুটুম্ব সৰহ সংখ্যকেই গাঁৱত থাকে । গতিকে এই জীৱন আমাৰ বৰ চিনাকি ..... ।

..... আচৰিত হু ডাবৰখিনিয়ে অলপ আগতে অহল্যাৰ দেউতাকৰ মুখখন মোৰ কাৰণে সুস্পষ্ট কৰি তুলিছিল; চাওঁতে চাওঁতে ধুনীৰ ধেনুত উৰা কপাহৰ দৰে ডাবৰৰ সেই ৰূপটো ফাঁহ ফাঁহ হৈ পৰিল । মুহূৰ্তে মুহূৰ্তে সেইবিলাকে নতুন ৰূপ এটা ধাৰণ কৰিলে। এজনী থিয় হৈ থকা গাভৰু— নাকে-মুখে সাইলাখ অহল্যা হু

আজিৰ আঠ বছৰৰ আগৰ অহল্যা । হস্পিটালত, দেউতাকৰ বেডখনৰ মূৰত অপৰিপাটি চুলিৰে, শেঁতা মুখখনিৰে, ইস্ত্ৰী নকৰা অলপ মলিয়ন কাপোৰ এজোৰ পিন্ধি উদ্বিগ্ন হৈ থিয় দি থকা অৱস্থাত সেইজনী অহল্যা । তাৰ তিনিদিনমানৰ পিছত, মোৰ তেজে যেতিয়া দেউতাকক নিশ্চিত মৃত্যুৰ মুখৰ পৰা ঘূৰাই আনিলে বুলি তেওঁলোক নিশ্চিত হ'ল, সেইদিনা অহল্যাক দেখা পালোঁ নিজৰ ৰূপত । সেইদিনা পাটৰ নতুন মেখেলা এখন পিন্ধিছিল, গাত এখন নতুন হাৱাই বানাৰচী চাদৰ । পিঙ্ক্ ৰঙৰ ব্লাউজ এটা পিন্ধিছিল, চুলিখিনিত বেণী গুঁঠিছিল, মুখখনত প্ৰসাধন কৰিছিল । মুখলৈ আকৌ তেজ আহিছিল আৰু পূৰ্বৰ সজীৱতা দেহলৈ উভতি আহিছিল। যৌৱনে সকলোকে সুন্দৰ কৰে, কুৎসিতকো । অহল্যা কুৎসিত নাছিল, মাত্ৰ চিন্তা, দুৰ্ভাৱনা, টোপনি ক্ষতিৰ কাৰণে প্ৰথম দিনা দেখোঁতে মনত কোনো ছাপ বহুৱাব পৰা নাছিল । সেইদিনা মাকে মোক প্ৰায় সাৱট মাৰিয়ে ধৰিলে । অহল্যাৰো এনে এক প্ৰবল ইচ্ছা হৈছিল যেন মোক দুই হাতেৰে সাৱট মাৰি ধৰিব । (এই কথা পিছত মোক এদিন কৈছিল । মোক হেনো সেইদিনা যথেষ্ট শেঁতা দেখিছিল, দেউতাকৰ কাৰণে যথেষ্ট তেজ দিব লগা হোৱাত যে তেনে হৈছিল, সেই কথা ভাবিয়ে অহল্যাৰ বোলে হঠাৎ 'হুক্' কৰে কান্দোন এটা আহি ডিঙিৰ ওচৰত ৰৈ গৈছিল )। মাকৰতো চকুপানী দুধাৰ বৈ আহিছিল ।

আমাৰ পৰীক্ষাৰ সময় যদিও তেওঁলোকৰ অনুৰোধ ৰক্ষা কৰি মই কেতিয়াবা

অকলে, কেতিয়াবা এজন বন্ধুক লগত লৈ প্ৰায়ে সন্ধিয়া তেওঁলোকৰ খবৰ কৰিছিলোঁ। মাজতে দেউতাকৰ অৱস্থাৰ উন্নতি হোৱাত দুদিনমান ভায়েক জীতু আৰু অহল্যাক লৈ ব্ৰহ্মপুত্ৰৰ পাৰেদি এপাক ফুৰাই আনিছিলোঁ । সম্ভৱ এদিন কিবা কাৰণত জীতু যাব নোৱাৰাত অকল অহল্যাক লৈ ফুৰাওঁতে অহল্যাক বৰকৈ অনুৰোধ কৰি চাহ-দোকানত সোমাইছিলোঁ । তেতিয়াৰ দিনত ছোৱালী বা তিৰোতা মানুহে চাহ-দোকানত চাহ খোৱাও বৰ বিৰল ঘটনা । সকলোৰে, আনকি দোকানীৰো চকুত পৰা ঘটনা । বিশেষকৈ যুদ্ধৰ দিনবিলাকত বিদেশী মিলিটাৰীয়ে চহৰখনত বিভীষিকাৰ সৃষ্টি কৰিছিল, গতিকে যুদ্ধৰ পিছতো বহুত দিনলৈ তিৰোতা মানুহে মুকলিভাৱে ফুৰা-চকা নকৰিছিল । গতিকে বন্ধু-বান্ধৱৰ চকুত দুদিনমান মই হিৰো হৈয়ে পৰিছিলোঁ । মোৰো এটা গৰ্ব নোহোৱা নহয় ।...

ডায়েৰিখিনিয়ে আকৌ এবাৰ বহি থকা অহল্যাৰ আন এটা প'জলৈ গঢ় ল'লে। চকুহালত মিহি কৌতুকৰ হাঁহি, নাকৰ পাহিত মৃদু এটা কঁপনি । অহল্যা বহি আছে পঢ়াৰ টেবুলৰ কাষত, মই অলপ আঁতৰত । তেওঁৰ 'ছাইড্ ভিউ'টো, বাওঁ কাণ, বাওঁ গালখন, ওঁঠ দুটাৰ বাওঁ অংশ মোৰ সন্মুখত ।

সেইবাৰ প্ৰায় এসপ্তাহমান আছিলোঁ । অহল্যা আৰু ভায়েকৰ পঢ়া অলপ চাই দিব লাগে । দেউতাকৰ অসুখত তেওঁলোকৰ বিশেষকৈ অহল্যাৰ পঢ়াৰ বৰ ক্ষতি হ'ল । মোৰো হাতত অফুৰন্ত আহৰি, পৰীক্ষাৰ ৰিজাল্ট ওলাবলৈও যথেষ্ট সময় আছে।

সেইদিনা অহল্যা আৰু জীতুক কিবা এটা বুজাই থাকোঁতে অহল্যাৰ কাণৰ ভিতৰত ছুগা জাতীয় পোক এটা সোমাল । বহুত সময় চেষ্টা কৰিও নোলোৱাত মই বুদ্ধি দিলোঁ ইখন কাণত আঙুলিৰে সোপা দি ছুগা সোমাবা কাণখন হাৰিকেনটোৰ ফালে ধৰিবলৈ । অহল্যাই তেনেকৈয়ে অলপ সময় ধৰি থাকিল যদিও পোকটোৱে খৰখৰালেই ইখন কাণৰ সোপাটো এৰি দি সৰুকৈ চিএৰ এটা মাৰি বহাৰ পৰা জাঁপ মাৰি থিয় হয় । মই কিছু সময় কৌতুকটো উপভোগ কৰি এবাৰ উঠি গৈ জীতুক খুজি টৰ্চটো আনালোঁ। টৰ্চৰ পোহৰত আঁতৰৰ পৰাই ছুগাটো চকুত পৰিল । টৰ্চটো ধৰি থাকিবলৈ দি অহল্যাৰ কাণখনৰ লতিটোত লাহেকৈ ধৰি চুলিত মৰা ক্লিপ এডাল অহল্যাৰ মূৰৰ পৰাই বিচাৰি লৈ তাৰ সহায়ত বৰ যত্নেৰে ছুগাটো উলিয়ালোঁ।

জীতু টৰ্চটো থ'বলৈ যোৱাৰ ছলতে পঢ়াৰ টেবুলৰ পৰা আঁতৰিল আৰু ৰান্ধনি ঘৰত মাকৰ ওচৰত ছুগাটোক হয়তো এটা পখিলাৰ সমান ডাঙৰ কৰি অতিৰঞ্জিত বৰ্ণনা দিবলৈ বহিল । আনে কিবা এটা দেখি আহক, জীতুৱে কিবা এটা শুনি আহক । ডাল-পাত জোৰা দি সি কথাটো এনেকুৱা কৰি পেলাব যেন নতুন মানুহে তাৰটোকে বিশ্বাস কৰিবলৈ বাধ্য । আনদিনা অহল্যাই এনেক্ষেত্ৰত জীতুৰ সেই গুণটোৰ কথা উলিয়াই

হাঁহিৰ সৃষ্টি কৰিলেহেঁতেন ।আজি কিন্তু একো নামাতিলে । টেবুলৰ ওপৰত মূৰ গুজি মেলি থোৱা কিতাপখন ওচৰ চপাই ল'লে । আৰু মই ?

টান উজুটি এটা খোৱাৰ পিছত গোটেই গাটো যেনেকৈ জিন্‌জিনাই উঠে, তেনেদৰেই মোৰ দেহাটো বেদনাৰ জিন্‌জিননি এটাই অলপ সময়লৈ থৰমৰ কৰি পেলালে । মই নিজৰ চকীখনলৈ গৈ বহি পৰিলোঁ। কিবা এষাৰ কোৱাৰ প্ৰয়োজন অনুভৱ কৰিলোঁ। কাণত ছুগা সোমালে কি কৰা উচিত তাকে ক'ম নেকি এবাৰ চেষ্টা কৰিলোঁ। কিন্তু এই সম্পৰ্কেনো নতুনকৈ ক'বলগীয়া কি থাকিল ? কাণত সোমোৱা পোক উলিয়াবলৈ গৈ কাৰোবাৰ কাণ-মাদলত লাগিল, তাৰ পিছত বেচেৰা বা বেচেৰী কলা হৈ গ'ল — এনেকুৱা ঘটনাৰ কথা ক'ৰবাৰ মনৰ চুকত সোমাই আছে নে তন্নতন্নকৈ বিচাৰিবলৈ ধৰিলোঁ। নাই, তেনে ঘটনাৰ কথা ক'তো শুনা নাই। কিবা এটা সাজি ক'ব পাৰি নে মনৰ ভিতৰতে তেনে কেবাটাও কাল্পনিক কাহিনীৰ সৃষ্টি কৰিলোঁ। মনৰ পৰা তুলি আনি মুখৰ ওচৰ চপোৱাৰ লগে লগে তাৰ আকৰ্ষণ নাইকিয়া হৈ যায়। তেনে আকৰ্ষণহীন কথা জোৰ কৰি ক'বলৈ গ'লেই নিজক কৰবাত 'এক্সপাঞ্জ' কৰাৰ দিহা না লাগে আৰু পিছত নিজৰ ওপৰতে ধিক্কাৰ আহি যায় । তেনে অভিজ্ঞতা মোৰ আছে । কীতুব অতিৰঞ্জনৰ কথাকে কৈ অলপ হাঁহিৰ সৃষ্টি কৰোঁ নেকি ভাবিলোঁ । সেই লৈ বহুতো হাঁহিৰ সৃষ্টি কৰা হ'ল, এতিয়ু কুঁহিয়াৰ চোবাৰ দৰে নীৰস লাগি গ'ল নিজৰ ওপৰতে। অহল্যাৰ চাৰিওফালৰ বতাহটোৰপৰা খন্তেক আগলৈকে থকা লঘু চঞ্চলতাখিনি এই মুহূৰ্তত ক'ৰবালৈ উৰি যোৱা যেন ভাব হ'ল। এনে সময়ত হাঁহি উঠা কথায়ো হাঁহি তোলাব নোৱাৰিব, এনে এটা আশংকা মনলৈ আহিল । হাস্যোদ্দীপক কথা এটা 'মিচ ফায়াৰ' হোৱাৰ দৰে যন্ত্ৰণাও বৰ কষ্টকৰ, চিকাৰীৰ বন্দুকৰপৰা সহজ চিকাৰ সাৰি যোৱাৰ দৰেই আফ্‌চোচ্‌জনক ।

মোৰ ডিঙি আৰু কপাল ঘামত সেমেকি উঠিল । কাণ দুখন চিগাৰেটৰ দৰে জ্বলিবলৈ ধৰিলে ।.... আজিয়ে সম্ভৱ অহল্যাক প্ৰথম স্পৰ্শ কৰিলোঁ। চিনাকি হোৱাৰ এই তিনিমাহৰ ভিতৰত, ঘৰখনৰ ইমান আপোন আপোন পৰিবেশত এদিনো অহল্যাৰ প্ৰতি বেলেগ আকৰ্ষণ অনুভৱ কৰা নাছিলোঁ ।বৰং তেনেক্ষেত্ৰত মোৰহে পৰাজয় হ'ব, তেওঁলোক জিকি যাব, এনে এটা ধাৰণাহে মোৰ দৃঢ় হৈছিল । অহল্যায়ো নাৰীৰ মনৰ সহজ জ্ঞানেৰেই মোৰ মনৰ ভাব যেন বহুখিনি ধৰিব পাৰিছিল। মোক বিপুলদাদা বুলি মাতে আৰু পিছলৈ এজন আত্মীয়ৰ ওচৰত থকাৰ দৰেই মোৰ ওচৰতো নিসংকোচ, নিৰ্বিকাৰ হৈ চলিবলৈ ধৰিছিল । মই হঠাৎ গৈ ওলালেও কাপোৰ সলাই, চুলি আঁচুৰি মোৰ আগলৈ ওলোৱাৰ চেষ্টা নকৰে । তেনেকৈ অপৰিপাটি হৈ থকাৰ বাবে মাকে

এদিন মৃদুভাৱে বকিছিল ।উত্তৰত অহল্যাই এবাৰ মাত্ৰ কথা দৃঢ়ভাৱে ক'লে, 'কিনো হ'ব ?'

কিনো হ'ব হু এজনী গাভৰু ছোৱালীয়ে নিজকে অলপ সজাই-পৰাই ৰাখিলে, 'কিনো হ'ব' বুলি ভাবিবলগা হ'ল কিয় ? মাকৰ বুকুখন কোনোবাখিনিত বিষাই উঠিছিল। মোক লৈ হয়তো কিবা এটা কল্পনা কৰিছিল আৰু এই উত্তৰটোৱে বোধহয় সেই কল্পনা চুৰমাৰ কৰি দিছিল ।কিন্তু হতাশ বোধহয় হোৱা নাছিল । তেওঁলোকৰ পৰিয়াল মোৰ ওচৰত বহু পৰিমাণে ঋণী বুলি তেওঁলোকে ভাবে, মোৰ পৰা আৰু অধিক নাপালেও হতাশ হ'বলগীয়া একো নাই এনে সান্ত্বনা লৈছিল । মই তেখেতৰ মনৰ ভাবৰ উমান পিছত ধৰিব পাৰিছিলোঁ, যেতিয়া তেখেতে হাঁহি হাঁহি অহল্যাই কোৱা 'কিনো হ'ব' কথাষাৰ মোক ৰিপৰ্ট কৰিছিল । মই কিন্তু কথাষাৰৰ তাৎপৰ্য্য বহুদিনলৈ, গভীৰভাৱে বিচাৰ কৰিছিলোঁ। অহল্যাৰ প্ৰতি মোৰ পুতৌ বা সহানুভূতি হৈছিল আৰু কোনো মুহূৰ্তত সেই সহানুভূতি তীব্ৰ ধৰণৰেই হৈছিল । কিন্তু মই যে নিৰুপায় হু অহল্যাৰ প্ৰতি মই কোনো আকৰ্ষণ অনুভৱ কৰা নাছিলোঁ ।

আজি, আজি কিন্তু এই মুহূৰ্তত এয়া মোৰ কি হৈ গ'ল ? মই অহল্যালৈ এবাৰ চোৱাৰ চেষ্টা কৰিলোঁ ।আচৰিত, অহল্যাক এবাৰ চাই, তাৰ পিছত আৰু চোৱাৰ সাহস মোৰ নহ'ল । বুকুখন এবাৰ কক্ কৰি উঠিল, কলিজাটো ধপধপাবলৈ ধৰিলে। কি যাদুকৰী আছিল সেই স্পৰ্শ হু

সেই প্ৰথম স্পৰ্শই মোৰ মনৰ আৰু দেহৰো অদ্ভুত পৰিবৰ্তন আনি দি গ'ল । সেই মুহূৰ্তত দেহৰ স্নায়ুবোৰত যেন ভয়ঙ্কৰ তোলপাৰ আৰম্ভ হ'ল । 'কাণখন এতিয়া কেনে লাগিছে' — এই কথাষাৰ সুধিবলৈকে মোৰ জিভাখন দোৰোল নোখোৱা হৈ পৰিল। ডিঙিৰ গুৰিলৈকে শুকাই খহটা গছৰ বাকলি যেন হ'ল । অহল্যালৈ আকৌ এবাৰ চাই পঠিওৱাৰ চেষ্টা কৰিলোঁ। জীৱনৰ, যৌৱনৰ কি অদ্ভুত ৰহস্যময় গতিপথ হু মই সেই ক্ষণত অহল্যাক এবাৰো চাব নোৱাৰা হ'লোঁ । চকুৰ কোণেদি চোৰাংকৈ চাই দেখিলোঁ অহল্যাৰ কাণখন টিক্‌টিকীয়া ৰঙা হৈ পৰিছে। কিতাপখনৰ ওপৰত আঙুলি দি চকুহাল তাত গোঁজ মাৰি থৈ দিছে । নিশ্চয় অহল্যাৰ মনতো ভাবৰ তীব্ৰ ধুমুহা আৰম্ভ হৈছে।

এশ চাৰি ডিগ্ৰী জ্বৰ থকা মানুহৰ অস্থিৰতাৰে এবাৰ মই সোঁহাতৰ তৰ্জনী আঙুলিটো আগবঢ়াই লৈ গ'লোঁ। বৰ কষ্টৰ, বৰ বেদনাৰ সেই মুহূৰ্তকেইটা । কিতাপৰ ওপৰত হেঁচি থোৱা অহল্যাৰ তৰ্জনীৰ আগটোত মোৰ তৰ্জনীৰ আগটো আলফুলকৈ পেলাই দিলোঁ। সৰ্বশৰীৰ মোৰ জিকাৰ খাই উঠিল ।আচৰিত, অহল্যাই আঙুলিটো আঁতৰাই নিনিলে বা গাটোও সামান্য লৰচৰ নকৰিলে। একেদৰেই বহি থাকিল ।

সেই অৱস্থাত কিমান সময় পাৰ হ'ল ক'ব নোৱাৰোঁ ।এবাৰ যথেষ্ট সাহস গোটাই

লৈ বাওঁহাতেৰে কাণখনত হাত দি ভগা ভগা মাতেৰে সুধিলোঁ —

'কাণখন কেনে পাইছা এতিয়া ?'

ডাবৰৰ মূর্তিটো আকৌ কঁপি উঠিল । মুহূর্তে মুহূর্তে সূক্ষ্ম পৰিবর্তন সেই মূর্তিৰ দেহত ঘটিবই লাগিছে। .... এইবাৰ অহল্যাৰে আন এটা ৰূপ । অহল্যা থিয় হৈছে মুখা-মুখিকৈ । কাপোৰ-কানি অবিন্যস্ত, চুলি আউল-বাউল । সঁচা, সঁচা, অহল্যাক সেইদিনা, সেই মুহূর্তত ঠিক এই ৰূপতেই দেখিছিলোঁ। অঙ্গে অঙ্গে স্নায়ুৱে সিৰাই নতুন সোৱাদৰ আবেগ-বিহ্বলতা, নতুন স্বপ্নৰ, নতুন কল্পনাৰ উখল-মাখল — লগতে এক অজান ভয়, আশংকা, সন্দেহৰ কঁপনি ।

'আ—পুনি জানেই আমাৰ অৱস্থাৰ কথা ...... দেউতাৰ .......'

—অহল্যা মোৰ হোৱাৰ পিছমুহূর্ততে সেই অর্ধসমাপ্ত কথাষাৰেই আছিল প্ৰথম কথা।

'মই আছোঁ অহল্যা, মই আছোঁ, নাটকীয় ভঙ্গিত কথাষাৰ কৈ শেষ কৰাৰ লগে লগে মোৰ বুকুখন ডেউকা ভগা চৰাইৰ দৰে ধপ্‌ধপাই উঠিছিল । মই তেতিয়া সন্ত্রস্ত, বিব্রত, ভীত আৰু বোধহয় পৰাজিত । তথাপি সেই কেইদিনত মনলৈ অহা দুর্বলতাবোৰ হাতত লাগি থকা পানী জোৰেৰে আছাৰি পেলোৱাৰ দৰে আঁতৰ কৰিবলৈ চেষ্টা কৰিছিলোঁ। 'হ'ব নোৱাৰে, একো নহয়, খন্তেকীয়া দুর্বলতা স্থায়ী ভুলত পৰিণত হ'ব নোৱাৰে ।' এনেবিলাক যুক্তিৰেই ভিতৰি সান্ত্বনা লৈছিলোঁ ।

'...... আপুনি আমাৰ পৰিয়ালৰ বিপদৰ বন্ধু, দেৱতা... '

'...... তোমাৰ একো ভয় নাই । মই দেৱতা নহ'লেও পশু নহয় ..... ।'

ডাবৰৰ ৰূপটোত আকৌ কঁপনি আৰম্ভ হ'ল । অহল্যাৰ নাক, মুখ, চুলিত সৃষ্টি কৰা আলফুলীয়া ডাবৰৰ ৰেখাবোৰ ফাঁহ ফাঁহ হ'বলৈ ধৰিলে। সেই খেলি-মেলি ডাবৰবিলাক চাই মনটোলৈও খেলি-মেলি আহি পৰিল । ....নন্দিতাৰ মোমাইদেৱেক আমাৰ ঘৰলৈ আহিছিল । মোৰ পৰীক্ষাৰ ৰিজাল্ট ওলোৱাৰ এমাহমানৰ পাছত বোধহয়। দেউতা আৰু মাৰ ওচৰত বিয়াৰ প্ৰস্তাৱ আগবঢ়াইছিল ।

ছেক্ৰেটৰিয়েটত চাকৰি বিচাৰি ফুৰোঁতে মই বোলে নন্দিতাৰ মোমায়েকৰ চকুত পৰিছিলোঁ । নন্দিতাৰ দেউতাকৰ লগত দেউতাৰ আগৰে পৰিচয় আছিল । মঙ্গলদৈত ঘৰ। এজন ক্ষমতাশালী লোক । তেতিয়াৰ মন্ত্ৰীসভা, পিছৰ মন্ত্ৰীসভা (কংগ্ৰেছী) সকলোৰে প্ৰিয়পাত্ৰ । দেউতাই এনে সুযোগ হেৰুৱাব নুখুজিলে । মোৰ পৰিয়াল, আত্মীয় কুটুম্ব, সকলো মিলি মোৰ ওপৰত প্ৰবল হেঁচা দিবলৈ আৰম্ভ কৰিলে। ....মোৰ মনৰ ভিতৰত বা-মাৰলীৰ সৃষ্টি হ'ল ।

অহল্যাহঁতৰ ঘৰলৈ গৈ অহল্যাক ক'লোঁ সকলোখিনি কথা । চৰকাৰী চাকৰি পোৱাৰ লোভে ঘৰৰ সকলোকে যে চঞ্চল কৰি তুলিছে, সেই কথাত গুৰুত্ব দিছিলোঁ। অৱশ্যে শেষত অহল্যাক আশ্বাস দিছিলোঁ মই মোৰ কথা নেৰোঁ বুলি ।

অহল্যাই যেন নিজৰ সহজ জ্ঞানেৰেই সেইদিনা ধৰিব পাৰিছিল মোৰ কথাৰ ওজন কমি গৈছে । তেওঁ একো এটা মাত নিদিলে, মাত্ৰ নিস্তব্ধ হৈ বহি থাকিল।

ইয়াৰ পিছত আৰু দুবাৰমান তেওঁলোকৰ ঘৰলৈ গৈছিলোঁ । ঘটনাবিলাক বৰ দ্ৰুত গতিত ঘটি গৈছিল আৰু মোৰ মনৰ বান্ধটো যে সোলোক-ঢোলোক হৈ পৰিছিল, সম্পূৰ্ণভাৱে এই কথা বুজিবলৈ অহল্যাক সৰহ সময় নালাগিল ।

অহল্যাই খুব কম কথা পাতিছিল আৰু 'নিজৰ কথা'ৰ সামান্য ইঙ্গিতো দিয়া নাছিল। তেওঁলোকৰ পাৰিবাৰিক অৱস্থাও আৰু বেয়াৰ ফালে ঢাল খাইছিল । ঘৰখনৰ চাৰিওফালে হতাশা আৰু ধ্বংসৰ ছাঁ । দেউতাকৰ ভৰিৰ বিষটোৱে উক দিছিল আৰু শয্যা ল'বলগীয়া হৈছিল। মাক-দেউতাকে অৱশ্যে মোৰ সম্পৰ্কত কোনো নতুন আশাও কৰা নাছিল আৰু মোৰ বিয়াৰ কথা-বতৰাৰ বিষয়ে জানিব পাৰি হতাশো হোৱা নাছিল । অন্ততঃ মোৰ ধাৰণাত । অহল্যা আৰু মোৰ সম্পৰ্কৰ কোনো পৰিৱৰ্তনো তেওঁলোকৰ চকুত পৰা নাছিল, লক্ষ্যও কৰা নাছিল । সকলো পৰিৱৰ্তন আৰম্ভ হৈছিল অহল্যা আৰু মোৰ মনৰ ভিতৰত । আমি দুয়ো, বিশেষকৈ অহল্যা বাহিৰত সম্পূৰ্ণ নিৰ্বিকাৰ। সেইবাবেই মোৰ শেষ যাত্ৰা আছিল অহল্যাহঁতৰ ঘৰলৈ ।

পিছত মই দীঘলীয়া এখন চিঠি দিছিলোঁ, যিখন চিঠি অহল্যাই পাইছিল এলাহাবাদত। মই নন্দিতাক বিয়া কৰোৱাৰ সপক্ষে যুক্তিৰ দৃঢ় ভেটি নিজৰ মনতে গঢ়ি তুলিলোঁ । দায়িত্ব এৰুওৱা বৰ সহজ । তাৰ বাবে মানুহক যুক্তিৰ অভাৱ নহ'ব কোনো যুগতে। সেইদিনা বুজিছিলোঁ, ব্যক্তিগত জীৱনত, সামাজিক সম্পৰ্কত যুক্তিৰ প্ৰয়োজন সত্যক প্ৰতিষ্ঠা কৰিবৰ কাৰণে নহয়, নিজৰ কাৰ্যক প্ৰতিষ্ঠা কৰিবৰ কাৰণেহে ।

........অহল্যাৰ দায়িত্ব গ্ৰহণ কৰা মানে তেওঁলোকৰ দুৰ্যোগৰ গন্ধমাদনটো মূৰত উঠাই লোৱা । এই দায়িত্ব লৈ মোৰ গোটেই জীৱনটো কিয় অকালতে শেষ কৰিবলৈ এৰি দিম ? আৰু অহল্যাই নিজৰ কথা ঘুণাক্ষৰেও জনোৱা হ'লে কিজানি অন্য ব্যৱস্থা ল'ব পাৰিলোহেঁতেন হু কিজানি নন্দিতা আমাৰ মাজলৈ নাহিলহেঁতেন হু...

খেলি-মেলি, খেলি-মেলি, খেলি-মেলি । আকাশত ডাৱৰৰ, পোহৰৰ খেলি-মেলি, মনত চিন্তাৰ । লাহে লাহে পোহৰৰ ৰেখাবিলাক দূৰ দিগন্তলৈ ঢাপলি ধৰিলে,— বহু সময় ধেমালি কৰি ঘৰলৈ লৰ দিয়া কণ কণ ল'ৰা-ছোৱালী এজাকৰ দৰেই । সেই

খালী ঠাই বিলাকলৈ চাৰিওফালৰ পৰা লৰি আহিল ক'লা ক'লা ডেউকা মেলি ঢোঁৰা কাউৰীজাকৰ দৰে এজাক আন্ধাৰ।

ইমান সময় ডাৱৰৰ লীলা-খেলা চাই নিজৰ চিন্তাত এনেকৈ নিমগ্ন হৈ পৰিছিলোঁ যে মোৰ সম্মুখৰ সিটো পাৰলৈকে চাবলৈ আহৰি পোৱা নাছিলোঁ।

কি আচৰিত হু মোৰ সম্মুখত সিটো পাৰত থকা ফলছ্টোৰ তলত, ডাঙৰ শিল এছটাৰ ওপৰত বহি আছে সেইজনী দেখোন মায়া হু তাই কেনেকৈ আহিল ইয়ালৈ ? কেতিয়া আহিল ? .. তাই মোক ঠিক চিনিব পাৰিছে। তাই মোৰ ফাললৈকে চাই আছিল আৰু মোক যদি ইমান সময় মাতিছিলে দুই-এবাৰ, তাইৰ মাত মোৰ কাণত সোমোৱা নাছিল। এতিয়া হঠাৎ তাইৰ ফালে চোৱাত তাই উৎফুল্ল হৈ উঠিছে। মুখেৰে কিবা এটা কৈ কৈ সোঁহাতখনেৰে অঙ্গি-ভঙ্গি কৰি কিবা এটা বুজাব খুজিছে। তাই ডাঙৰ শিলটোৰ একেবাৰে টিঙত বহি আছে, বাঁওহাত খনেৰে শিলটোৰ এটা মূৰত খামুচি ধৰি আছে, যাতে পিছলি নপৰে আৰু ভৰিহাল ওলোমাই থৈছে শিলছটাৰ গাত। পিন্ধিছে সেই ইলেকচনত পিন্ধা সাজটোৱেই। বেচেৰী খিলঙলৈ আহিছে, গাত গৰম কোট এটা নাই। অহল্যাই তাইৰ কাৰণে সেইখিনিও খৰচ কৰিব নোৱাৰিলে নে ? আৰু খিলঙৰ এই ঠাণ্ডাত ফলছ্টোৰ নিচেই কাষত, ইমান সন্ধিয়ালৈকে তাইক কিয় বহি থাকিবলৈ অনুমতি দিছে ? অহল্যাৰ এইখিনিও দায়িত্বজ্ঞান নাই নে ?

মই স্থান-কাল পাহৰি হাতৰ তলুৱা দুখন চুঙাৰ দৰে কৰি মুখত লগাই মায়ালৈ চাই চিঞৰি উঠিলোঁ।

"মায়া, মই তোমাৰ -কথা-এটাও-শুনা-নাই"।

মায়াই ঠিক একেদৰে, মুখৰ কোনো ভাবান্তৰ নকৰাকৈ মোৰ ফালে চাই ক'লে। বুজিলোঁ মোৰ কথাও তাই একো শুনা নাই। মই আকৌ আগৰদৰেই চিঞৰি সুধিলোঁ ঃ

"তোমালোক কেতিয়া আহিলা ? আৰু কোন কোন আহিছে ?"

ফলছ্ৰ কাষতে থকা ইঞ্জিনৰ গৰ্জন, ফলছ্ৰ থৌকি-বাথৌকৈ থকা পানীৰ আস্ফালন আৰু চাৰিওফালৰ মানুহবিলাকৰ সমবেত কণ্ঠৰ গুণ-গুণনিৰ মাজত মই মায়াৰ কথা এটাও শুনিবলৈ পোৱা নাছিলোঁ। মাত্ৰ মুখ আৰু হাতৰ ভঙ্গিৰপৰা বুজিলোঁ "আমি আহিলোঁ" জলপ্ৰপাত চাবলৈ" -এনে এবাৰ কথাই মায়াই কৈছে।

মই আকৌ চিঞৰি একেলগে বহুত প্ৰশ্ন সুধিবলৈ বুলি হাত দুখন চুঙাৰ দৰে কৰি মুখৰ আগত ধৰিলোঁ ঃ কেতিয়া আহিল, ক'ত আছেহি, আৰু 'কোন আহিছে', ঠাণ্ডা লাগিব, তেওঁৰ টনচিলৰ অসুখ আছে, ইত্যাদি ইত্যাদি। কিন্তু একোকে কোৱাৰ আগতে

দেখিলোঁ মায়াই হঠাৎ মুখ ঘূৰাই ওপৰৰ ফালে,অৰ্থাৎ পাৰৰ ফালে চাইছে আৰু লগে লগে শিলছটাৰ ওপৰত থিয় হৈ অনায়াসে ওচৰৰ আন এটা শিললৈ জপিয়াই দিছে ।

কেনেবাকৈ যদি পিছলে-মোৰ বুকুখনে ধমহ্ ধমহ্ শব্দ কৰিবলৈ ধৰিলে । কিন্তু মায়া নিশ্চিন্ত, নিঃশঙ্ক । টপাটপ্ টপাটপ্ ইটোৰ পিছত সিটো শিল অনায়াসে পাৰ হৈ তাই ওপৰত উঠিলগৈ ।ওপৰত থকা ইঞ্জিনৰ সৰু ঘৰটোৰ কাষত বহুত মানুহৰ জুম এটাত সোমাই পৰিল। সম্ভৱ সেই মানুহৰ জুমটোৰ মাজত নিশ্চয় অহল্যাও আছে ।আৰু অহল্যাই সম্ভৱ তাৰপৰাই তাইক উঠি আহিবলৈ কোৱাত লৰালৰিকৈ তাই ওপৰলৈ উঠি গৈছে । অহল্যাই নিশ্চয়মোক দেখা নাই ।

তেতিয়া চাৰিওফালে গাৰ নোম নেদেখা আন্ধাৰ ।অহল্যাই মোক দেখাৰ কোনো উপায় নাই আৰু অহল্যাকো মই দেখাৰ উপায় নাই । আৰু অহল্যাই মোক দেখাৰ কোনো প্ৰয়োজনো অনুভৱ কৰা নাছিল । লগত নিশ্চয় অহল্যাৰ ভিনিহিয়েক ডাক্তৰো আহিছে । মোক সামান্য খবৰটো জনোৱাৰো প্ৰয়োজনবোধ কৰা নাই ।

জাঁপ মাৰি থিয় হ'লোঁ । হঠাৎ মূৰটো ঘূৰি যোৱাৰ দৰে লাগিল । সৰুতে পাকঘূৰণি মাৰি বহি যোৱাৰ লগে লগে পৃথিবীখন চাৰিওফালে গ্ৰামোফোনৰ ৰেকৰ্ড এখনৰ দৰে লাহে লাহে ঘূৰি থকা যেন লাগিছিল । এই মুহূৰ্ততে গোটেই পৃথিবীখন ঠিক সেইদৰে ঘূৰিবলৈ ধৰা যেন লাগিল । ৰাস্তাৰ কাষৰ শিল এটাতে ভেঁজা দি অলপ সময় থিয় হৈ ৰ'লোঁ ।

তাৰ পিছত এখোজ-দুখোজকৈ অত্যন্ত দুৰ্বল, অৱসাদগ্ৰস্তভাৱে আগবাঢ়িলোঁ । মায়াক বিচাৰি উলিয়াবই লাগিব । অহল্যাই যদি নিদিয়েও, মই জোৰকৈ মায়াক অহল্যাৰ বুকুৰপৰা কাঢ়ি লৈ আহিম । মায়া মোৰ, মায়া মোৰ, মায়া মোৰ তেজ-মঙহৰ, পৃথিবীৰ কাৰো মায়াৰ ওপৰত অধিকাৰ নাই । অহল্যাক ক'ম,তেওঁ মোক ক্ষমা কৰিব পাৰে । তেওঁক বিয়া কৰোৱাত মোৰ কোনো ধৰ্মগত বা আইনগত বাধা নাই । আৰু নন্দিতা ? নন্দিতাই নিশ্চয় বুজিব লাগিব । যদি নুবুজে... যদি নুবুজে... তেতিয়া তেওঁৰ পথ নিজেই বাছি লওক । নালাগে মোক চাকৰি, ৰিজাইন দিম... কিন্তু টুনটুন ? ...টুনটুনো থাকিব, মায়াও থাকিব । অহল্যা ক'ত থাকিব ? নন্দিতা ক'ত থাকিব ? শ্বিলং, গুৱাহাটী, মঙ্গলদৈ আৰু মহুৱামুখতো, চাৰিওফালে মুখৰোচক কাহিনীৰ প্ৰচাৰ হ'ব মোক কেন্দ্ৰ কৰি । এই কাহিনী কোনোবাই বাতৰি কাকতত উঠাই দিব । কোনোবা লিখকে এই কাহিনীকে লৈ গল্প-উপন্যাস লিখিব । মোৰ কলঙ্কৰ দাগ ইলেক্‌চন ইন্‌ভেলুবল চিএআইৰ দাগৰ দৰেই মচিব নোৱাৰা হৈ ৰৈ যাব, এই জন্মৰ ছালখন উঠি নোযোৱালৈকে ।খেলি-মেলি, খেলি-মেলি, সকলো খেলি-মেলি । মানুহে বাৰু কিয় ভুল কৰে ? ঈশ্বৰ যদি

আছেই, তেনেহ'লে তেওঁ মানুহক ভুলৰপৰা আঁতৰাই নাৰাখে কিয় ?...

....মোৰ জীৱনটোৰপৰা আঁতৰি যোৱা আঠোটা বছৰ নতুনকৈ যাপন কৰাৰ আকৌ এটা চান্স পাম নে ? অহল্যাক লগ পোৱাৰ পৰা এই ভুল কৰি অহা বাটটো এৰি আকৌ সঠিক বাটেৰে আগবঢ়াৰ সুবিধা মই পোৱা উচিত ।প্ৰত্যেক মানুহেই পোৱা উচিত ।

... তেতিয়া ভালদৰেই আন্ধাৰ হৈছিল ।এই ৰাতি অহল্যাইতক বিচাৰি উলিয়াবৰ সাধ্য নাই ।তাৰ উপৰি হোটেলত যদি নমাহি নাই, তেনেহ'লে মানুহৰ ঘৰত বিচাৰি উলিওৱা অসম্ভৱ ।অৱশ্যে দিনে-পোহৰে অসমীয়া মানুহৰ অঞ্চলবিলাকত খা-খবৰ কৰিব পাৰি আৰু এজন নহয় এজন চিনাকি মানুহ প্ৰত্যেক অঞ্চলতে পাম,যিজনৰ সহায়ত অহল্যাইত অহাৰ কথা জানিব পাৰিম । তেওঁলোকৰ কোনো আত্মীয়-কুটুম্ব শ্বিলঙত আছে বুলি নাজানো আৰু তেওঁলোকেও কোৱা নাছিল । সেইকাৰণে ঠিক কৰিলোঁ পিছদিনা ৰাতিপুৱাই টেক্সি এখন লৈ গোটেই শ্বিলঙখন চলাথ কৰিম ।মানুহৰ ঘৰত, হোটেলবিলাকত খবৰ কৰি ম ।তাৰবাবে আজি ৰাতিটো মোক সম্পূৰ্ণ জিৰণিৰ প্ৰয়োজন ।আজি যদি কেনেবাকৈ মোৰটোপনি নাহে, তেনেহ'লে পিছদিনা মই সুস্থ হৈ থাকিব নোৱাৰিম ।বাটত যাওঁতে চিনাকি ফাৰ্মচি এখন পাই স্লিপিং টেবলেট্ এটা কিনি লৈ ঘৰ সোমালোঁগৈ ।

ৰাতিৰ আহাৰ কি ৰান্ধিছিল বা কি খালোঁ একো ক'ব নোৱাৰোঁ । কোনো বস্তুৰে একো সোৱাদ পোৱা নাছিলোঁ ।মূৰটো অসম্ভৱ গধুৰ হৈ পৰিছিল । কোনোমতে গৈ বিচনাত পৰিলোঁগৈ । চিগাৰেট এটা শেষ কৰাৰ পিছত পিলটো খাই, বেড় চুইচ্‌টো নুমুৱাই দিলোঁ ।

পিছদিনা সাৰ পালোঁ পলমকৈ ।লৰালৰিকৈ গৰম পানীৰে গা-পা ধুই দিনটোলৈ সাজু হ'লোঁ ।অফিচলৈ ছুটীৰ দৰখাস্ত এখন লিখি পিয়নটোক এসময়ত দি আহিবলৈ নিৰ্দেশ দিলোঁ ।তাৰ পিছত চাহ-জলপান খাই ওলাই গ'লোঁ টেক্সি এখনৰ বন্দবস্ত কৰিবলৈ ।

"এজনী সাত বছৰীয়া ছোৱালী, এজনী গাভৰু আৰু লগত এজন বুঢ়া মানুহ— এই অঞ্চলৰ কোনো অসমীয়া মানুহৰ ঘৰলৈ দুই-এদিনৰ ভিতৰত আহিছে নে ?"

-"ক'তা, দুই-এদিনৰ ভিতৰত তেনে মানুহ অহা চকুত পৰা নাই দেখোন ?"

"ঘৰৰ তিৰোতা মানুহক সোধকচোন, তেওঁলোকেহে এইবিলাক খবৰ পাব ।"

"ওহোঁ নাই ।মাত্ৰ..... ৰ ঘৰলৈহে আলহী আহিছে, নতুনকৈ বিয়া কৰোৱা ডেকা-গাভৰু এহাল ।"

"এনে কোনো মানুহ অহাৰ কথা জানা নে বন্ধু ?"

"ওহোঁ, নাই অহা । অন্ততঃ এইখিনিৰ মানুহবিলাকৰ লগত আমাৰ দৈনিক যোগাযোগ আছে । কিয়, কোনোবা সম্পৰ্কীয় মানুহ নেকি ?"

"ওঁ-চিনাকি..... কৈছিল , এই অঞ্চলতে থকাএজন মানুহৰ ঘৰলৈ অহাৰ কথা । মানুহজনৰ নামটোও পাহৰিলোঁ।"

"লাইমুখ্রাৰ ফালে খবৰ কৰিছিল নে ?"

"আপুনি ৰিলৃব অঞ্চলত খবৰ কৰিছে নে ? তাতো আছে কেবাঘৰো অসমীয়া মানুহ ।"

"নাই কৰা,যামহে ইয়াৰ পিছত ।"

"নংগ্ৰীম্ হিলৰ ফালেও এপাক খবৰ কৰি চাওক ।"

"এয়া, ইয়াৰ পিছতে যাম ।"

"হোটেলবিলাকত খবৰ কৰিছিল নে ?"

"নাই কৰা, ইয়াৰ পিছতহে খবৰ কৰিম ।"

"এই হোটেলত দুদিনমানৰ আগতে, আজি-কালিতে ৰত্নেশ্বৰ চহৰীয়া নামৰ কোনো মানুহ উঠিছেহি নে ? ইয়াতে উঠিব বুলি মোলৈ খবৰ দিছিল । লগত তিৰোতা মানুহো আছে ।"

"ৰুমবিলাকত চাওক । সেই নামৰ মানুহ ৰেজিষ্টাৰত নাই ।"

"এইখন হোটেলত ?"

দিনটোৰ মাজতে এঘণ্টামান জিৰণি লৈ হোটেল এখনত দুপৰীয়াৰ সাজ খাই লৈছিলোঁ । মাজে মাজে চাহদোকানত দুই-একাপ চাহ । এবাৰ চকা এটা ফুটিলত আৰু এবাৰ ইঞ্জিনৰ ট্ৰাব্‌ল্ হোৱাত দুঘণ্টামান সময় মাত্ৰ বাধ্য হৈ ৰ'বলগীয়া হৈছিল ।

সন্ধিয়া সময়ত পুলিচ বজাৰৰ ওচৰত টেক্সিখন ৰাখি চাহৰ দোকান এখনত সোমালোঁ । ধানখেতি অঞ্চলটো বাকী থাকিল । আজি আৰু নহ'ব । খোজকাঢ়ি ওখ পাহাৰ বগাই মানুহৰ ঘৰ বিচাৰি ফুৰিবলগীয়া হৈছিল কেবাঠাইতো । গোটেই ভৰিহাল কাঠদুডোখৰৰ দৰে স্পৰ্শ —বেদনাহীন, জঠৰ হৈ পৰিছিল । চাহ খাই উঠি ৰাস্তাৰ কাষত থিয় দি তামোল এখন কিনি খাই, চিগাৰেট এটা জ্বলাই লৈ বাটৰ মানুহবিলাকলৈ অৰ্থহীন দৃষ্টিৰে চাই থাকিলোঁ । টেক্সিখন তেতিয়াও এৰি দিয়া নাই, ড্ৰাইভাৰজন চাহ খাবলৈ গৈছে ।

হঠাৎ ষ্ট্ৰীট লাইটৰ উজ্জ্বল পোহৰত এখন চিনাকি মুখ চকুত পৰিল। মোৰ সন্মুখত ৰাস্তাটোৰ সিটো পাৰে পাণ-দোকান এখনৰ পৰা সম্ভৱ তামোল বা চিগাৰেট কিনিবলৈ লৰালৰিকৈ পেণ্টৰ জেপত পইচা বিচাৰি হাত ভৰাইছে। মুখখন চিনাকি চিনাকি যেন লাগিলেও মানুহজন কিন্তু চিনিব পৰা নাই। মই চকুহাল তেওঁৰ মুখত থৈ দূৰৰ পৰাই তেওঁক মনত পেলাবলৈ আপ্ৰাণ চেষ্টা কৰিলোঁ। এই মানুহজনক আগতে ক'ৰবাত দেখিছিলোঁ, কিন্তু ক'ত দেখিছিলোঁ ? ঠিক, এইজনেই দেখোন ডাঃ শইকীয়া, ডাঃ নীলকান্ত শইকীয়া, অহল্যাৰ ভিনিহিয়েক।

প্ৰায় জাঁপ মাৰিয়ে ৰাস্তাটো পাৰ হ'লোঁ। দোকানখনৰ ওচৰত ঠিক তেওঁৰ কাষত থিয় হ'লোঁগৈ। তেওঁ তামোল-চিগাৰেট কিনি মুখখন ঘূৰাওঁতেই মুখামুখি হ'লোঁ। তেওঁ মোৰ মুখৰ ফালে একেথৰে চাই থাকিল, মোক একেবাৰেই চিনিব পৰা নাই।

মই নমস্কাৰ দি মোৰ নামটো ক'লোঁ, বিপুল কাকতি।

তেওঁ তামোলখন আধা কামোৰাকৈ এৰি মুখ মেলি মোলৈ চাই ৰ'ল। তাৰ পিছত, 'অ',অ', অ' -' ধৰণৰ শব্দ তিনিটা উচ্চাৰণ কৰি শিলৰ মূৰ্তিৰ দৰে থৰ হৈ গ'ল। তেওঁৰ কপালৰ ৰেখাবোৰ সুস্পষ্ট হৈ ওলাই পৰিছে। মুখমণ্ডলত দুদিনমানৰ অযত্নবোৰ গোট খাই আছে। দেখিলেই বুজিব পাৰি মানুহজন বৰ 'ষ্টেইন'ৰ মাজত থাকিব লগা হৈছে।

"মই আপোনালোককেই বিচাৰি ফুৰিছোঁ আজি গোটেই দিনটো। কবিতাৰ পৰা জানিব পাৰিছোঁ আপোনালোক আহিছে বুলি। অহল্যাও নিশ্চয় আহিছে। আহিল কেতিয়া ? মায়াৰ টনছিল অপাৰেচন হৈ গ'ল নিশ্চয় ? যাব কেতিয়া ?"

ডাক্তৰে সম্পূৰ্ণ জঠৰ হৈ থাকিয়ে মোৰ কথাখিনি শুনি গ'ল। শেহত, হঠাৎ সাৰ পোৱা মানুহৰ দৰে মুখখন লৰাই লৰালৰিকৈ তামোলখন চোবাই অলপ আঁতৰলৈ গৈ পিক্ পেলাই আহি মোৰ হাতখনত ধৰি ক'লে, "আপোনাৰ যদি সময় আছে, ব'লক মোৰ লগতে। ধান-খেতিত আমি আছোঁ। নেক্সট্ চিটি বাছ আহিব এতিয়া।"

কথাৰ লগে লগে মোৰ হাতখনত ধৰিয়ে ডাক্তৰ আগবাঢ়িল। ডাক্তৰৰ বাওঁ হাতত সৰু পেকেট এটা বৰ যত্নেৰে লৈ থকা যেন লাগিল।

"চিটি বাছ নালাগে, মোৰ টেক্সি এখন আছে। দিনটোৰ কাৰণে ভাৰা কৰি লৈছোঁ। কিন্তু, কিন্তু ইমান খৰখেদা কৰিব লগা হৈছে কিয় ? ব'লক চাহ-দোকানতে চাহ একাপ খাই লওঁ।"

"চাহ ? চাহ খোৱাৰ সময় ক'ত ? বৰ লৰালৰি। এয়া হাতত ঔষধ, ইনজেক্চন।

আপোনালোক ইলেক্‌চনত যোৱাৰ কথা কৈছিল অহল্যাই ।”

“অহল্যাই কৈছিল ? কি কৈছিল ? ইনজেকচন কাৰ কাৰণে ? মায়াৰ আকৌ অসুখ হৈছে নেকি ?”

“আপোনালোক ইলেক্‌চনত যোৱাৰ কথা কৈছিল মাত্ৰ । মোক আকৌ টেলিগ্ৰাম কৰি মতাই নিলে ।”

গাড়ীৰ দুৱাৰ মেলি তেখেতক বহিবলৈ দি মই নিজেও ওচৰতে বহি দুৱাৰখন সশব্দে বন্ধ কৰি দিলোঁ । ড্ৰাইভাৰ আহি গাড়ীত ষ্টাৰ্ট দিছিল ।

“টেলিগ্ৰাম ? টেলিগ্ৰাম কিয় ? মায়াৰ অসুখ আকৌ বেছি হৈছিল নেকি ?” মই বহাৰ লগে লগে উদ্বিগ্ন হৈ সুধিলোঁ ।

“আপোনালোকে জ্বৰ দেখি আহিছিল নহয় ? তাৰ পিছত আই ওলাল । তাৰ পিছত ব্ৰঙ্কিয়েল ট্ৰাবোল । মই গৈ গোলাঘাটলৈ আনি হস্পিটালত ভৰ্তি কৰিলোঁ । ডাক্তৰজনো মোৰ চিনাকি আছিল ।”

“ৰাজখোৱাই কৈছিল । ৰাজখোৱাক আপুনি বোলে লগ পাইছিল ?”

“ৰাজখোৱাক পাইছিলোঁ । ৰাজখোৱাক আপুনি ক'ত পালে ?”

“শ্বিলঙলৈ আহিছিল । কালি গৈছে ।”

“ডাক্তৰৰ পৰামৰ্শ আৰু ৰাজখোৱায়ো তেতিয়া কৈছিল, গতিকে শ্বিলঙলৈ আনি গণেশ দাস হস্পিটালত ভৰ্তি কৰিলোঁ ।”

খুব ভাল কৰিলে । মই তেতিয়াই কৈছিলোঁ,সিদিনা টেলিগ্ৰাম এখনো দিলোঁ, অৱশ্যে আপোনালোকে নাপাব । এতিয়া ক'ত আছেহি ?”

“ধান খেতিত মোৰ দূৰ সম্পৰ্কীয় মানুহ এঘৰত অহল্যা, জীতু আৰু মই আছোঁ । জীতু মনত আছে নহয় ?”

“নিশ্চয় হু জীতুক অৱশ্যে বহুত দিন দেখা নাই ।”

“মায়াৰো বৰ ইচ্ছা আছিল শ্বিলঙলৈ অহাৰ-আপুনি বোলে কৈ আহিছিল ফলছ্‌ দেখুৱাৰ কথা ।”

“কৈছিলোঁ । 'ৱায়াৰো' কৰিলোঁ, চিঠি দি উত্তৰ নাপায়”-চিঠিৰ কথা ফাকি দি ক'লোঁ ।

“চিঠি পোৱা নাছিল । কিন্তু অহল্যাৰো বৰ ইচ্ছা তাইক শ্বিলঙত চিকিৎসা কৰোৱা । অৰ্থাৎ তাইৰ হেঁপাহ পূৰ্ণ কৰা ।”

"বৰ ভাল কৰিলে । কিন্তু মোক খবৰটো আপোনালোকে দিব লাগিছিল । তাৰ উপৰি অসুখ অলপ ভাল পাওঁতেই তাইক ফলছুৰ কাষত সন্ধিয়ালৈকে থাকিবলৈ দিব নালাগিছিল । তাতে গাত গৰম কোট এটাও নাই ।"

ভূত দেখাৰ দৰে মটৰৰ ভিতৰতে জঁপ মাৰি মোৰ কান্ধত হাত এখন থৈ শইকীয়াই চিএঞৰি উঠিল ।

"ফলছুত ? সন্ধিয়ালৈকে ? কেতিয়া ?"

"অহল্যাই চাগৈ আপোনাক নজনোৱাকৈ এই কাম কৰিছে ।"- মই অহল্যাৰ দোষটো লঘু কৰিবৰকাৰণে তৎক্ষণাৎ সুৰটো পাতলাই দি ক'লোঁ । লগতে তেওঁৰ 'কেতিয়া'ৰ উত্তৰত ক'লোঁ, "কালি সন্ধিয়া । মোৰ মুখৰ পৰিবৰ্ত্তনলৈ কেৰেপকে নকৰি ছিৰিয়াছ সুৰতে সুধিলে, "কালি সন্ধিয়া ? মায়াক ? আৰু কাক দেখিছিল ?"

"মই এইটো পাৰৰ পৰা দেখিছোঁ । আজি গোটেই দিনটো আপোনালোকক বিচাৰি ফুৰিছো ।"

মই দেখিলোঁ অহল্যাক নিশ্চয় ভিনিহিয়েকে বকিব । অহল্যাৰ দোষটো বৰ লঘু কৰিবৰ কাৰণে আৰু পাতল সুৰত ক'লোঁ, "অহল্যাক অৱশ্যে দেখা নাছিলো -তেওঁ ওপৰত মানুহৰ মাজত থাকিবও পাৰে, হয়তো আন কাৰোবাৰ লগতো আহিব পাৰে।"...

আন্ধাৰৰ মাজতে মই উমানতে বুজিব পাৰিলোঁ ডাক্তৰৰ মুখৰ ছিৰিয়াছ ভাব বা মনৰ উদ্বিগ্নতা কোনোটোৱে আঁতৰ হোৱা নাই । নিজৰ ওপৰতে খং উঠিল । মোৰ কি ৰাইট্ আছিল অহল্যাক বকনি খুউৱাৰ ? কিয় মই সেই কথাটোক ৰিপৰ্ট্ কৰিবলৈ গ'লোঁ ? কিন্তু এতিয়া আৰু উভতিবৰ উপায় নাই, গতিকে মোৰ বক্তব্যটো শেষ কৰিবলৈ খুব খৰকৈ ক'লোঁ ঃ

"মায়াই অৱশ্যে শিলছটাৰ ওপৰলৈ উঠি মোক কিবা এটা কৈছিল; একো নুশুনিলোঁ। পানীৰ শব্দ, ইঞ্জিনৰ শব্দ, মানুহৰ গুণগুণনি ।"

এটা গভীৰ নিশ্বাসে মোৰ কোটৰ কলাৰটোও যেন এবাৰলৈ থিয় কৰি দিলে । ডাক্তৰে ইমান সময় মনৰ ভিতৰতে গোট খুৱাই ৰখা তপত ধুমুহা এটা যেন এই নিশ্বাসৰ মাজেদিয়েই বাহিৰ কৰি দিলে । লগে লগে প্ৰায় ভাগি পৰা মাতেৰে কৈ উঠিলঃ

"মিষ্টাৰ কাকতি,কালি সন্ধিয়া ঠিক সেই সময়তেই মায়াই শেষ নিশ্বাস ত্যাগ কৰিছে । হস্পিটালত ।"

মই দুয়োখন হাতেৰে ডাক্তৰৰ আঁঠু এটাত খামোচ মাৰি ধৰি সেহাই সেহাই ক'লোঁ, "ডাক্তৰ, ডাক্তৰ !"

আন্ধাৰত ডাক্তৰৰ মুখৰ অভিব্যক্তি একো ধৰিব নোৱাৰিলোঁ । কিন্তু তেওঁ মোৰ পিঠিখনত লাহে লাহে হাত ফুৰাই মাতটো কষ্টেৰে সংযত কৰি ক'লে, "জানো ।"

"কিন্তু...কিন্তু...মই যে অনুতপ্ত..."

"সেই প্ৰশ্ন এতিয়া অবান্তৰ । দেৰি হৈ গ'ল । অহল্যাৰ আজি আবেলি তিনি বজাত চেন্স্ আহিছে । হাৰ্ট বৰ উইক ।"

"কিন্তু ডাক্তৰ শইকীয়া । অহল্যাই জানো মোক ষ্টেগু কৰিব পাৰিব ?"

"সেইটো কথাও চিন্তা কৰিব লাগিব । ব'লকচোন বাৰু ।"

টেক্সি দৌৰিছে গোঁ-গোঁৱাই; হেড্-লাইটৰ তীব্ৰ পোহৰেৰে ৰাতিৰ ৰহস্যময় অন্ধকাৰ বিদীৰ্ণ কৰি দূৰলৈ...আৰু বহু দূৰলৈ । মন লৰিছে মোৰ সেই পোহৰৰো আগে আগে আৰু দূৰলৈ, আৰু দূৰলৈ, আৰু বহু দূৰলৈ, হেৰাই যোৱা দিগন্তৰ সন্ধান বিচাৰি, সেই দিগন্তত হেৰাই পৰা মায়াৰ সন্ধান বিচাৰি ।

অকস্মাতে যেন মোৰ বুকুৰপৰা গধুৰ শিল এছটা কোনোবাই আঁতৰাই দিলেহি - যিছটা শিলে যোৱা বহুতো বছৰ মোৰ বুকুত হেঁচা দি আছিল দিনে-নিশাই । লগে লগে মোৰ অন্তৰৰ কোনোবা এটা চুকে আনন্দত কিৰিলীয়াই উঠিল ।

কি অদ্ভুত, ৰহস্যময় মানুহৰ মন হু সাপ নচুওৱা মানুহে পাচিত সাঁফৰ মাৰি থোৱা সাপ এটাৰ দৰেই মনৰ কোণত হেঁচি থৈ দিছিলোঁ মায়াৰেই মৃত্যুৰ কামনাক হু

মই এতিয়া অহল্যাৰ ওচৰত থিয় হোৱাৰ শক্তি পাই গ'লোঁ ।

অহল্যাক ক'ম,তেওঁ নতুন জীৱন আৰম্ভ কৰক ।

ডাক্তৰৰ নিৰ্দেশত টেক্সি বৈ গ'ল, অহল্যা থকা ঘৰৰ পদূলিত ।

-সমাপ্ত-